# মৌচাক

অকণিহঁতৰ আলোচনী

গাড়ীৰ নম্বৰ কেনেকৈ দিয়ে ?



## ৰাকেশ শৰ্মা - মহাকাশত ৭ দিন

# মৌচাক

অকণিহঁতৰ আলোচনী

প্ৰথম বছৰ, দ্বিতীয় সংখ্যা, ১৫ মে'–১৪ জুন, ১৯৮৪




প্ৰকাশক : সিদ্ধেশ্বৰ তামুলী, জে. বি. ৰোড, যোৰহাট–১

ছপা : অসম প্ৰিন্টিং ৱৰ্কছ (প্ৰাঃ) লিঃ, যোৰহাটৰ পৰা অফছেটত মুদ্ৰিত।

শিল্পী : ত্ৰিলেখা / ৰবীন বৰুৱা / পৰেশ শইকীয়া

সম্পাদক : শান্তনু তামুলী

দাম : তিনি টকা




শিশু বয়াই ওজা নামেৰে পৰিচিত এইবাৰ উজনী অসমৰ বিভিন্ন বিহুতলীত ঢোল বজাই এই দুই ভায়ে হুলস্থূল লগাইছিল। এওঁলোকৰ নাম আকাশজ্যোতি আৰু প্ৰকাশজ্যোতি গগৈ।

ফটো : আজিৰুদ্দিন আহমেদ হাজৰিকা



মহাকাশ অভিমুখে

# ৰাকেশ শৰ্মা মহাকাশত ৭ দিন



ৰাকেশ



ৰবিশ

প্ৰথম সংখ্যা মৌচাকত 'তোমালোকৰ চিঠি পালোঁ' নামৰ শিতান এটা খোলাৰ কথা আমি কৈছিলোঁ। এই শিতানলৈ তোমালোকৰ বহুতৰেপৰা চিঠি পাইছোঁ। বহুতো অকণিয়ে ৰাকেশ শৰ্মাৰ মহাকাশ অভিযানৰ বিষয়ে আৰু অধিক কথা জানিবলৈ বিচাৰিছা। তোমালোকৰ চিঠিৰ উত্তৰ বেলেগে বেলেগে নিদি সকলোৰে বাবে ৰাকেশ শৰ্মাৰ মহাকাশ অভিযানৰ বিষয়ে প্ৰকাশ কৰা হ'ল।

ভাৰতীয় মহাকাশচাৰীক মহাকাশলৈ পঠোৱাৰ সিদ্ধান্ত হৈছিল ১৯৮০ চনৰ ডিছেম্বৰ মাহত। তেতিয়াৰ ৰুছ প্ৰেছিডেণ্ট ব্ৰেজনেভ ভাৰতলৈ আহোঁতে ভাৰত-ৰুছ মহাকাশ অভিযানৰ তেওঁ প্ৰস্তাৱ আগবঢ়াইছিল। ভাৰতে সেই প্ৰস্তাৱত সম্মতি জনায়। 'পৱন' নামেৰে আমাৰ দেশে সেই উদ্দেশ্যে ১·৭ কোটি টকাৰ এক আঁচনি লয়। ভাৰতীয় বায়ু সেনাক দুজন মহাকাশচাৰী বাছি উলিয়াবলৈ দায়িত্ব ভাৰ দিয়ে। ২০০ জন অভিজ্ঞ বিমান চালকৰ মাজৰপৰা উইং কামাণ্ডাৰ ৰবিশ মেলহোত্ৰা আৰু স্কোৱাড্ৰন লীডাৰ ৰাকেশ শৰ্মাক চূড়ান্ত পৰীক্ষাত বাছনি কৰা হয়। মেলহোত্ৰাৰ জন্ম লাহোৰত আৰু ৰাকেশ শৰ্মাৰ জন্ম পাতিয়ালাত।

মস্কোৰ নক্ষত্ৰ-নগৰৰ য়ুৰি গাগাৰিণ ট্ৰেইনিং ছেণ্টাৰত তেওঁলোকৰ প্ৰশিক্ষণ আৰম্ভ হয়। ছয়ুজ আৰু ছলয়ুট মহাকাশযানত সন্মুখীন হ'বলগীয়া সকলো ধৰণৰ পৰিস্থিতিৰ ওপৰত তেওঁলোকক প্ৰশিক্ষণ দিয়া হয়। বিশেষ ধৰণৰ বিমানত উঠাই তেওঁলোকক 'ভাৰহীন' অৱস্থাৰ ওপৰত প্ৰশিক্ষণ দিছিল। শেষত মহাকাশলৈ যোৱাৰ আগদিনা ৰাকেশ শৰ্মাৰ নাম ঘোষণা কৰে। মহাকাশলৈ যদিওবা ৰবিশ মেলহোত্ৰাই যাবলৈ নাপালে, ৰাকেশৰদৰে তেওঁ সম্পূৰ্ণ উপযুক্ত আছিল।

ৰাকেশ শৰ্মা আৰু তেওঁৰ দলে কাম কৰা মহাকাশ গৱেষণাগাৰটোত পাঁচটা কোঠালী আছিল। মূল কোঠটোত আছিল বৈজ্ঞানিক যন্ত্ৰ-পাতি আৰু তেওঁলোকে তাতেই খোৱা আৰু শোৱা কৰিছিল। কোঠাটোত এখন মেজ, পানীৰ ব্যৱস্থা, শৌচাগাৰ আৰু শোৱাৰ খাট আছিল। খাটবোৰ বেৰত সংযুক্ত।

মহাকাশত থকা দিনকেইটাত খাবলৈ আমাৰ দেশৰপৰা মহাকাশচাৰীজনলৈ নিৰামিষ পোলাও, আলু চ'লে আৰু চুজি হালোৱা বনাই পঠাইছিল। ৰুছদেশৰপৰা তেওঁলোকৰ মহাকাশচাৰী দুজনলৈ ১০৩ বিধ আহাৰ পঠাইছিল। ৰাকেশৰ লগতে ৰুছ মহাকাশচাৰীকেইজনেও লুপথুপীয়া হালোৱা, পোলাও ৰব তৃপ্তিৰে খাইছিল। এই খোৱা বস্তুবোৰ চুঙাপিঠাৰ দৰে কৰি সৰু সৰু আকাৰত ছেলোফেন কাগজেৰে মেৰিয়াই পঠোৱা হৈছিল। কাৰণ, মহাকাশযানৰ ভিতৰত মাধ্যাকৰ্ষণ নথকাৰ বাবে সকলো বস্তু ওপঙি ফুৰে। বস্তু মুকলিকৈ ৰাখিবই নোৱাৰি। মহাকাশযানৰ ভিতৰৰ কোঠাত সকলো বস্তুকে বান্ধি থ'ব লগা হয়।

ৰাকেশে মহাকাশলৈ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী, ৰাষ্ট্ৰপতি জাইল সিং, প্ৰতিৰক্ষা মন্ত্ৰী ভেংকটাৰামনৰ ছবি আৰু মহাত্মা গান্ধীৰ শ্মশান ৰাজঘাটৰপৰা এমুঠি মাটিলৈ গৈছিল।

মহাকাশ-গৱেষণাগাৰত থকা সাতটা দিনত ৰাকেশ আৰু লগৰ মহাকাশচাৰী পাঁচজনে ২৪ ঘণ্টাৰ নঘণ্টা সময় টোপনি যোৱাৰ বাহিৰে গোটেই সময়ছোৱা গৱেষণাৰ কামত ব্যস্ত আছিল। শোৱাৰ সময় হোৱাৰ লগে লগে তেওঁলোকে নিজকে বিচনাৰ সৈতে বান্ধি টোপনি যায়। বান্ধি নল'লে টোপনিতে ওপঙি ফুৰিব লাগিব। নঘণ্টা টোপনি যোৱাৰ পাছত তেওঁলোকে সাৰ পায়। শুই উঠি এঘণ্টাৰ ভিতৰতে খোৱা-বোৱা শেষ কৰে।

মহাকাশযান অভিমুখে - ৰাকেশ শৰ্মা, য়ুৰি মালিছেভ আৰু গেন্নাডি ষ্ট্ৰেকালভ



# ছলয়ুট ৭ মহাকাশ-কেন্দ্ৰ

মহাকাশলৈ মহাকাশচাৰীক লৈ যোৱা মহাকাশযান

ব্যায়াম কৰাৰ সনঞ্জাম

বিচনা

মহাকাশ কেন্দ্ৰৰ নিয়ন্ত্ৰণ ব্যৱস্থা

মহাকাশচাৰীৰ আসন

শৌচাগাৰ

মহাকাশযান দুখনৰ সংযোজক

পৃথিৱীলৈ নামি অহাৰ বাবে মহাকাশযান

পানীৰ ভাণ্ডাৰ

অক্সিজেনৰ ভাণ্ডাৰ

পৰীক্ষণ যন্ত্ৰ

কেমেৰা

পেলনীয়া বস্তু থোৱা পাত্ৰ

সৌৰপাত

মহাকাশত থকোঁতে ২৪ ঘন্টাত তেওঁলোকে চাৰিবাৰ খোৱা-বোৱা কৰাটো ধৰা-বন্ধা আছিল। দিনটোত তেওঁলোকে আহাৰত ৩,২০০ কেলৰি শক্তি পাইছিল। ইলেক্‌ট্ৰিক স্টোভত তেওঁলোকে খোৱা বস্তু গৰম কৰি লৈছিল।

ছলয়ুট মহাকাশযানৰ শৌচাগাৰৰ পানী আৰু শৌচ প্ৰস্ৰাব যাতে কোঠাৰ ভিতৰত ওপঙি ফুৰিব নোৱাৰে তাৰবাবে বিশেষ ব্যৱস্থা আছিল।

বাকেশে মহাকাশযানৰ ভিতৰত সদায় যৌগিক আসন কৰিছিল। ধ্যানত বহা কৰিবলৈ আসন কৰোঁতে যাতে তেওঁ ওপঙি ফুৰিব লগা নহয়, তাৰবাবেও মহাকাশযানৰ কোঠাৰ বেৰত তেওঁ নিজকে বান্ধি লৈছিল। দিনে দহ মিনিটকৈ তেওঁ মহাকাশত থকা দিনকেইটাত আসন কৰিছিল আৰু আত তেওঁ কোনো দিনে অসুস্থ অনুভৱ কৰা নাছিল। দুয়ো মহাকাশচাৰী কেইজনে ছাইক্লিং কৰি ব্যায়াম কৰিছিল।



— বাকী অংশ ৩৮ পৃষ্ঠাত



ধাৰাবাহিক উপন্যাস

# বগা ভালুক

ইন্দ্ৰকান্ত কাৰ্কী

ফুলনিত খেলি থাকোঁতে মীনাহঁতৰ হাতৰপৰা সিহঁতৰ বগা পুতলা ভালুকটো দুটা ভয়লগা মানুহে জোৰ কৰি লৈ গ'ল। তাকেই বিচাৰি ওলাল অজয়, বিজয় আৰু মলয়। মীনাৰ পৰা সিহঁতে গম পালে যে, এখন এম্বেছেডৰ গাড়ীলৈ মানুহ দুটা আহিছিল। মলয়হঁতে টেক্সি ষ্টেণ্ডলৈ গৈ গম পালে যে, সেই টেক্সিখন হ'ল ASZ 4095। সিহঁতে সেই গাড়ীখনৰ ড্ৰাইভাৰক যেতিয়া প্ৰশ্ন কৰিলে —

## দুই

: মই থাইছিলোঁৱেই ভাইটি। ড্ৰাইভাৰে ক'লে।

: আইকচোন আৰু একো নহয়। পুৰা ২৪ ঘণ্টা আমাৰ লগত থাকিব লাগিব আপুনি।

ড্ৰাইভাৰে হাঁহি মাৰি গাড়ীৰপৰা নামিল। সিহঁত চাৰিও ৰেষ্টুৰেণ্টৰ কেবিন এটাত সোমাল। বেটাৰে সিহঁতক চাহ পৰিবেশন কৰিলে।

চাহত সোহা এটা মাৰি অজয়ে ড্ৰাইভাৰক সুধিলে: ড্ৰাইভাৰদা, আপুনি পৰমানন্দ গুসাঁইক চিনি পায়নে?

: চিনি পাওঁ। ভালদৰে চিনি পাওঁ। তেওঁ গুৱাহাটীৰ এজন ধনীলোক। সকলোৱে চিনি পায়।

: ঘৰটো দেখিছে?

: ঘৰটো দেখা নাই; কিন্তু তেওঁৰ চিনেমা-হল দেখিছোঁ। অপ্সৰী টকীজ। এম. কে ৰোডত আছে।

বিজয় আৰু মলয়ে একান্তমনে অজয় আৰু ড্ৰাইভাৰৰ কথা-বতৰা শুনি থাকিল। সিহঁতে অজয়ৰ বুদ্ধি দেখি মনে মনে বিস্ময় মানিলে।

: মই — অজয়ে কিবা মনত পৰাৰ দৰে ক'লে: যোৱাকালি তিনিমান বজাত আপোনাৰ টেক্সিত দুজন মানুহ উঠিছিল নহয় নে? এজন ওখ আৰু বহল। গগলছ পিন্ধিছিল। আনজন চিকণা, দুবৰ, চাপৰ।

ড্ৰাইভাৰৰ মুখ কিছু সময়ৰ বাবে শেঁতা পৰি গ'ল। চাহ এঢোক পিই ক'লে: মোৰ মনত নাই। উঠিব পাৰে। বহুত মানুহ উঠে মোৰ টেক্সিত।

সিহঁতে বুজিলে, ড্ৰাইভাৰে কথা লুকোৱাব বিচাৰিছে। কিছু সময় সকলো নিমজে ব'ল। অজয়ে আন্ধাৰত শৰ এৰিলে: আপুনি কথাটো লুকুৱাব বিচাৰিছে; কিন্তু আমি সকলো জানো। নিজ চকুৰে দেখিছোঁ। সিহঁতে এটা বগা ভালুকৰ পুতলা আপোনাৰ গাড়ীত তুলিছিল।

ড্ৰাইভাৰে ভয়তে কোঁচমোচ খালে আৰু ইফালে সিফালে চাবলৈ ধৰিলে।

অজয়ে অনুমান কৰিলে, উক্ত দুটাই ড্ৰাইভাৰক বেছ ভয় খুৱাইছে; সেই দেখি সি একো ক'বলৈ বিচৰা নাই।

সি ক'লে: আপুনি সিহঁতক ভয় কৰিব নালাগে। সকলো ঘটনা আমাক খুলি কওক।

: সিহঁতে মোক মাৰি পেলাব ভাইটি। ড্ৰাইভাৰ কন্দনামুৱা হ'ল।

: আমি আপোনাক ৰক্ষা কৰিম। সকলো কওক। সিহঁতে পুতলাটো লৈ ক'লৈ গৈছিল? আপুনি জানি থওক যে সেই পুতলাটো সাধাৰণ পুতলা নহয়। জাপানৰপৰা অনা পুতলা। পুতলাটোৰ মালিক হ'ল—পৰমানন্দ প্ৰসাদ। তাৰ মূল্য দুহেজাৰ টকা। আমি এতিয়া তাৰেই অনুসন্ধানত আছোঁ।

: মই ক'ব পাৰোঁ; কিন্তু যদি সিহঁতে মোক ধৰে?

: সেই ভাৰ আমাৰ ওপৰত।

: ঠিক আছে তেনেহ'লে, — ড্ৰাইভাৰে ক'বলৈ সুৰ মেলিলে; কিন্তু তেনেতে ৰেষ্টোৰাৰ এজন ভাৰৈ সোমাই আহিল।

ইয়াত কথা পতা নিৰাপদ নহয় দেখি অজয়ে ক'লে: বলক, পলম হ'ল। গাড়ীতে কথা হ'ব।

: চাহৰ পইচা দিয়াৰ পিছত সিহঁত উঠিল। ড্ৰাইভাৰে গাড়ী চলাই দিলে। কিছু দূৰ যোৱাৰ পিছত অজয়ে ড্ৰাইভাৰক ক'বলৈ দিলে।

সি ক'বলৈ ধৰিলে: সিহঁতে পুতলাটো কাঢ়ি আনি মোনা এটাত ভৰালে আৰু মোক শৰাইঘাটৰ পিনে টেক্সি চলাবলৈ আদেশ দিলে। পুতলাৰ কথা কাকো ভুলতে নক'বলৈ হুঁচিয়াৰ কৰি দিলে। মুখৰপৰা কথা ওলালে মোক সিহঁতে মাৰি পেলাব। সিহঁতৰ কাণ্ড-কাৰখানা দেখি ভয়তে মোৰ হাত-ভৰি লুকাল। সিহঁতে শৰাইঘাটৰ ওচৰত গাড়ী ৰখাবলৈ ক'লে। মই সিহঁতৰ কথামতে কাম কৰিলোঁ। দুয়ো মোনাটো লৈ দলঙৰ গড়াৰপৰা তললৈ নামি গ'ল। মই গাড়ী লাহে লাহে চলাই আঁৰ চকুৰে চাই দেখিলোঁ যে, সিহঁত ৰেল লাইনৰ সিকালে থকা জুপুৰি ঘৰ এটাত সোমাইছে।

: আপুনি আমাক সেই জুপুৰিটো দেখুৱাই দিব পাৰিবনে? —অজয়ে সুধিলে।

: নিশ্চয় পাৰিম, কিন্তু .....

: আপুনি ভয় কৰিব নালাগে। সেই বাটেৰে হাজাৰ হাজাৰ গাড়ী অহা-যোৱা কৰি থাকে। তেনে ক্ষেত্ৰত কোনে আপোনাক সন্দেহ কৰিব?

: ভাল কথা। গাড়ী ঘূৰাওঁনেকি?

: বলক, এনেকুৱা কামত পলম কৰিব নোৱাৰি।

কথামতে কাম হ'ল। ল'ৰাবোৰৰ সাহস দেখি ড্ৰাইভাৰৰ বুকুলৈ সাহ আহিল আৰু মনে মনে চোৰাংচোৰা কামটো দেখিবলৈ পাম বুলি ভালেই পালে। ইমান দিনে সি চিনেমাতহে এইবোৰ হোৱা দেখিবলৈ পাইছিল। সি তীব্ৰ গতিৰে গাড়ী চেকুৰাবলৈ ধৰিলে।



বাটত মলয়ে ক'লে: ঘৰত আমি কাকো একো কোৱা নাই। মা-দেউতাইতো চিন্তা কৰিব পাৰে।

: এতিয়া দহহে বাজিছে। বাৰমান বজাত ঘৰ পামগৈ। অজয়ে ক'লে।

তিনিও মনে মনে থ'ল। বিজয় আৰু মলয়ে অজয়ৰ বুদ্ধি দেখি মনটোকৈয়ে তাক মানিলে।

অজয় আৰু বিজয় যমজ ভাই-ককাই। চেহেৰা প্ৰায় একে। বিজয় অজয়তকৈ কেইমিনিট-মানৰহে সৰু। সি অজয়তকৈ অলপ খীণো। সিহঁতৰ মাক-দেউতাক কলেজ এখনৰ অধ্যাপক। মলয়ৰ দেউতাক বেংক এটাৰ একাউন্টেন্ট।

শৰাইঘাট দলঃ পোৱা দেখি অজয়ে ড্ৰাইভাৰক ক'লে: আপুনি গাড়ীখন লাহে লাহে নদৰ সিপাৰলৈ লৈ বলক। সিফালৰপৰা আহোঁতে গাড়ী বেয়া হোৱাৰ দৰে ঠিক সেইখিনিতে গাড়ী ৰাখিব আৰু আপুনি বনেট খুলি গাড়ীখন চোৱাৰ ছলেৰে আমাক ঘৰটো দেখুৱাই দিব।

ড্ৰাইভাৰে মূৰ দুপিয়ালে আৰু গাড়ী দলঃৰ মাজেৰে চলাই দিলে। বিজয় আৰু মলয়ে দেঁপাৰ পনুৱাই বিশাল ব্ৰহ্মপুত্ৰলৈ চাই থাকিল। দলঃ পাৰ হৈ অলপ আগবঢ়াই সি গাড়ী ঘূৰালে।

আহোঁতে অজয়ে সুধিলে: আপোনাৰ নামটো বা কি আছিল? ড্ৰাইভাৰ ড্ৰাইভাৰকৈ ভাল নালাগে।

: হাঃ হাঃ হাঃ—সি হাঁহি উঠিল আৰু ক'লে —মোৰ নাম পূৰ্ণ বাহাদুৰ ছেত্ৰী।

: বঢ়িয়া। এতিয়াৰপৰা আমি আপোনাক পূৰ্ণদা বুলি মাতিম। অৱশ্যে মাজে-সময়ে ভুলতে ড্ৰাইভাৰদাও ওলাব পাৰে। বেয়া নাপাব।

: হ'ব হ'ব। সি শলাগিলে।

দলঃৰ ইপাৰ পোৱাৰ লগে লগে কোৱাৰ-দৰে কাম হ'বলৈ ধৰিলে। হঠাতে গাড়ীৰ ইঞ্জিন বন্ধ হ'ল আৰু আপোনা-আপুনি সৌ এসময়ত গাড়ী বৈ গ'ল। চাৰিও নামিল। ড্ৰাইভাৰে বনেট খুলি ইঞ্জিন পৰীক্ষা কৰিবলৈ ধৰিলে।

: সৌটো জুপুৰি ঘৰ দেখিছানে? ঘৰটোৰ



বেৰত ৰঙা কাপোৰ মেলা আছে।

তিনিওজনে নজনা ভাও ধৰি সেইপিনে চালে। এটা জুপুৰি ঘৰৰ বেৰত ঠিকেই ৰঙা কাপোৰ মেলা আছিল।

: তাতেই সিহঁত সোমাইছিল।

: ভুল হোৱা নাইতো?

: একদম হোৱা নাই। ঘৰৰ পিছফালে নৰকল এটা আছে। নাই? ঠিক পিছফালে চোৱাচোন।

: হয়, নৰকল এটা আছে।

: এতিয়া? মলয়ে অজয়ৰ মুখলৈ চালে।

অজয়ে কিবা ভাবি আছিল। সি বিজয়, মলয়ক সেই পিনে চাই থাকিবলৈ মানা কৰি ক'লে: আমি ইয়াৰপৰা নহয়, সিপাৰৰ-পৰা ভালকৈ চাব লাগিব।

বনেট নমাই সকলো গাড়ীত উঠিল। গাড়ী আকৌ চেকুৰিবলৈ ধৰিলে।

অজয়ে ক'লে: আপুনি গাড়ীখন বস্তীৰ ইফালে ৰাখি আমাৰ বাবে ৰৈ থাকিব। যদি কিবা বিপদ দেখে, তেনেহ'লে হৰ্ণ বজাব।

ড্ৰাইভাৰে মূৰ লৰালে। এখন দোকানৰ ওচৰত গৈ ৰ'ল। তিনিও নামিল আৰু বস্তীৰ পিনে খোজ দিলে। সিহঁতে কাণ ঠিয় কৰি আগবাঢ়িল। কিছুদূৰ যোৱাৰ পাছত সিহঁতে সেই জুপুৰিটো দেখিলে।

অজয়ে ক'লে: তহঁত দুটা এই পান-দোকানখনত বহি অহা-যোৱা কৰা মানুহৰ ওপৰত চকু ৰাখিবি। সেই ডকা দুটা হয়তো এইফালে আহিব পাৰে। যদি কিবা বিপদ-আপদ হয়



তেনেহ'লে তইতে ভূপেন হাজৰিকাৰ "কপিলী কপিলী বাংচালী ছোৱালী" গীতটো গাবি। মইও তাকেই গাম। এনে কৰিলে কোনেও আমাক সন্দেহ নকৰিব।

বিজয় আৰু মদনে খুব জোকাৰি সন্মতি জনালে। অজয় জুপুৰিৰ ফালে বাওনা হ'ল। বিজয় আৰু মদন পানদোকানতে ব'ল আৰু সহ পইচাৰ ডালমুট কিনি খাবলৈ ধৰিলে।

জুপুৰিটো পাই অজয় থমকি ব'ল। জুপুৰিৰ ভিতৰত কেইটামান ল'ৰা-ছোৱালী কান্দি আছিল আৰু এজনী বিহাৰী তিৰোতাই সিহঁতক মাৰধৰ কৰি গালি পাৰি আছিল। অজয় একেকোবে ভিতৰ সোমাই ক'লে: আৰে দিদি, ইহঁতক কিয় পিটিছ?

এজন অচিনাকি ল'ৰাক দেখি তিৰোতাজনীয়ে খতমত খালে।

অজয়ে ততালিকে ক'লে: তই মোক চিনি পোৱা নাই হ'বলা! মই তোৰ মদনৰ মালিকৰ ল'ৰা। সি মাজে-সময়ে আমাৰ দোকানত কাম কৰে। সি মোক এবাৰ মাতিছিল। সেই দেখি আহিলোঁ। ভাইটো ঘৰত নাই নেকি?

এতিয়াহে তাই অলপ সকাহ পালে। আগে-পেছে নুগুণি এটা দি ক'লে: বৈঠো ভৈয়া, মই তোক চিনি পোৱা নাছিলোঁ। তোৰ ভৈয়া নাজানো ক'ত গৈছে। কালি ৰাতিৰপৰা একো খবৰ নাই। দেখনা ঘৰত খাবলৈ একো নাই। ইহঁতে কান্দি কান্দি বুলি মোক জুলুম কৰিছে।



: ইচু ইচু কেনেকুৱা মানুহ। মেইয়া ল বিচ ৰুপীয়া। সি জেপৰপৰা টকা উলিয়াই ক'লে: সৰু সৰু ল'ৰা-ছোৱালীক ভোকত ৰাখিব লাগাই নহয়।

তিৰোতাজনীয়ে টকা ল'বলৈ নাজ কৰিলে।

: না না। ভাইয়া আহিলে কবি, তোৰ মালিকৰ ল'ৰাই দিছে।

তিৰোতাজনীয়ে টকা লৈ চালাম কৰিলে: তোৰ বৰ এখন মালিক বেটা। গৰীবৰ ঘৰত আহিছ, কি তোক দিম?

: তই যি দিবি তাকেই খাই যাম আজি।

: ৰ, মই দোকানৰপৰা চাহ আনিম। তাই জুপুৰিৰপৰা ওলাই গ'ল।

অজয়ে ইমানপৰে এইটোকে বিচাৰি আছিল। সি সেই ফাঁকতে চাৰিওফালে চাই ল'লে। কিন্তু তাত সৰু টিনৰ বাকচ এটা, মেতেৰা বিছনা আৰু দুটামান বাচন-বৰ্তনৰ বাহিৰে একো নাছিল।

ইতিমধ্যে তাক দেখি তাত থকা ল'ৰা-ছোৱালী চাৰিটাই নিৰবে ভেকা লাগি চাই আছিল। সি আটাইতকৈ ডাঙৰজনী ছোৱালীক সুধিলে: তোৰ নাম কি?

: দুৰ্গা।

: দুৰ্গা,কালি ইয়াত তোৰ বাবাৰ লগত কোন আহিছিল?

: হুছেইন চাচা।

: আৰু তোৰ বাবা গাঞ্জা খাছে নহয়? মুখত চুলি নাই? মুখত দাগ আছে?

অজয়ে মূৰ দুপিয়ালে।

: কালি তোৰ হুছেইন চাচাই কি আনিছিল?

: ভালু! ইমান ডাঙৰ হুকেন্দ ভালু। মোৰ বৰ ডৰ লাগিছিল।

তই কেনেকৈ দেখিলি?

: মই মনে মনে দেখিছিলোঁ।

: এতিয়া ক'ত আছে ভালু?

: কি জানি!

অজয়ে বুজিলে যে বগা ভালুক ইহঁতে অনা হৈছিল আৰু ৰাতিৰ ভিতৰতে সেইটো ইয়াৰপৰা অন্য ঠাইলৈ লৈ গৈছে।

তিৰোত্তমাৰনীয়ে চাহ কৰি লৈ সোমাই আহিল। অজয়ক খাবলৈ দিলে। ল'ৰা-ছোৱালী-কেইটাকো ৰুটী-চাহ ভগাই দিলে। সিহঁতে খাবলৈ ধৰিলে। অজয়ে মাত দিলে: আচ্ছা দিদি আপোনাৰ আচলি নাম কি?

: নয়ন দুবে।

: ম'ম' মনত পৰিছে।

অজয় বহাৰপৰা উঠিল। আচ্ছা দিদি মই যাওঁ। আইতা আহিলে কৈ দিব আমাৰ বগা ভালুক হেৰাই গৈছে।

: কেইটা বগা ভালুক? আই হাঁহিবাগ হৈ সুধিলে।

: তই কৈ দিবি— সি সকলো জানে। অজয় বাহিৰলৈ ওলাই আহিল।

সি ৰাস্তাত উঠাৰ লগে লগে টেক্সিৰ হৰ্ণ শুনিবলৈ পালে। পান-দোকানত বৈ থকা নিজৰ আৰু মনতো চমকি উঠিল! তিনিও ৰুনুমুনকৈ টেক্সিৰ পিনে দৌৰ মাৰিলে।

টেক্সিৰ ওচৰ পাই দেখিলে যে, পূৰ্ণই গাড়ী খনত এজন মানুহক গধাগধি ধৰি আছে আৰু সি মুকলি হ'বলৈ চেষ্টা চলাইছে। সিহঁতৰ চাৰিওপিনে মানুহ গোট খাবলৈ ধৰিছে।

: কি হ'ল পূৰ্ণদা? সিহঁতে চিঞৰি সুধিলে।

: এই মানুহটোৱে মোক চাকু মাৰিব খুজিছিল।

অজয়হঁতে লগালগি মানুহটোক ধৰিলে আৰু মোৰ-ফুলুৰকৈ গাড়ীত তুলি ল'লে।

(আগলৈ)

দেখাত এন্দুৰ যেন লগা নাইনে?
আগ ঠেং দুটা চুটি- দেখাত
কেংগাৰু যেনো লাগে।
ঠিকেই ধৰিছা - ইয়াৰ নাম
এন্দুৰ-কেংগাৰু। ই হ'ল-
কেংগাৰু পৰিয়ালৰ সবাতোকৈ
সৰু জাতৰ কেংগাৰু।
অষ্ট্ৰেলিয়া মহাদেশত পোৱা
এই জন্তুবিধ অতি
লাজকুৰীয়া।



# মাছ-কিন্তু মাছ নহয়

উঁৱলি যোৱা কিতাপ আৰু কাপোৰৰ জাপত পোৱা পোক এবিধকো মাছৰ শাৰীত ধৰা হয়। ভাবিলে আচৰিত যেন নালাগেনে ?



তৰা মাছ

মাছ বোলোতে সাধাৰণতে আমি পানীত থকা শীতল তেজৰ কাঁইট থকা প্ৰাণী বিধকে বুজোঁ। কিন্তু এনে কিছুমান মাছো আছে যিবিলাকৰ পিছত 'মাছ' শব্দটো লাগি থাকিলেও কিন্তু মাছ নহয়।



ক্ৰে মাছ

ইহঁতৰ নাম হ'ল— জেলী, ক্ৰে, ৰূপালী, খোলা, কাটল আৰু তৰা মাছ।

জেলী মাছ দেখাত ওভোতাই থোৱা বাটিৰ দৰে। এতিয়াৰপৰা প্ৰায় পাঁচশ নিযুত বছৰ আগতে সাগৰত জীৱ সৃষ্টিৰ আৰম্ভণিৰ সময়তে জেলী মাছৰ জন্ম বুলি কোৱা হৈছে। সৰহভাগ জেলী মাছৰ খাদ্য সাগৰত হোৱা প্লেংকটন জাতীয় উদ্ভিদ। অৱশ্যে মিছা মাছ (Lobsters) আৰু আন সৰু সৰু মাছো ইহঁতৰ খাদ্য। কিন্তু বহু সৰু সৰু মাছেই আকৌ জেলী মাছৰ বাটিৰ দৰে অংশৰ তলত নিজৰ বাসস্থান কৰি লয়।

ক্ৰে এবিধ সৰু সৰু কেকোঁৰাৰ দৰে খোলা থকা মাছ। ইহঁতে খৰস্ৰোতা জান-জুৰিৰ তলত গাঁত খান্দি তাতে বাস কৰে। ক্ৰেৰ গাৰ আৱৰণ মোটোহা। পাঁচযোৰকৈ ঠেং আছে। পচাঁ ঘাঁহ-বন আৰু পানীত পেলাই দিয়া মৃত জীৱ-জন্তুৰ শৰদেহ আদি ইহঁতৰ খাদ্য। ফিছাখনৰ সহায়ত ক্ৰেই বেগাই পানী ফালি যাব পাৰে।

ছিলভাৰ বা ৰূপালী মাছ ডেউকাহীন এবিধ কীটহে। ইহঁতৰ পেটৰ তলত গাহৰীৰ নোমৰ



জেলী মাছ



ছিলভাৰ বা ৰূপালী মাছ

দৰে তিনিযোৰ নোম আছে। বাসস্থান প্ৰধানকৈ সেমেকা অঞ্চল, বিশেষকৈ পুৰণি কিতাপ-পত্ৰ আৰু বহুদিন পৰি থকা কাপোৰৰ জাপত। সিবিলাকেই সিহঁতৰ খাদ্য।

খোলা মাছ কোমল দেহী। বাসস্থান— নৈ, জান-জুৰি, হ্ৰদ, সাগৰ আদি। শামুক, শংখ, আদি খোলা মাছৰ শাৰীত পৰে।

কাটল মাছ উপকূল অঞ্চলৰ আশে-পাশে যথেষ্ট পৰিমানে পোৱা যায়। সাগৰীয় জোঁৱাৰে প্ৰতিবাৰতে সৰু সৰু জন্তুৰ খোলা কিছুমান পাৰত পেলাই থৈ যায়। কাটল ব'ন নামেৰে জনাজাত এই খোলাৰ ভিতৰ অংশ চৰাইৰ খাদ্য। কেকোঁৰা, মিছা মাছ, সৰু সৰু কোমল দেহী জন্তুৰে কাটল মাছ খাই জীয়াই থাকে।

পাঁচখন বাহুৰে দেখিবলৈ তৰা এটাৰ দৰে হোৱা গতিকে তৰা মাছক সাধাৰণতে সাগৰৰ তৰা বুলিহে কোৱা হয়। কেকোঁৰা, মিছা মাছ আদি ইহঁতৰ খাদ্য।

—বুবুল বৰদলৈ

# ভাল পাওঁ

ভাল পাওঁ মই
চৰাই দেখি
ভাল পাওঁ মই
জোনাকী লেখি।
ভাল পাওঁ মই
চিলা উৰায়
ভাল পাওঁ মই
ভাওনা চায়।
ভাল পাওঁ মই
বেলুন ফুটায়
ভাল পাওঁ মই
জলফাই খায়।
ভাল পাওঁ মই
খেদা-খেদি কৰি
ভাল পাওঁ মই
পুতলা খেলি।

— প্ৰিয়ম্বদা দত্ত
২য় শ্ৰেণী, গোলাঘাট

# মৌচাক

ইন্দ্ৰ প্ৰসাদ শইকীয়া

বৰ মিঠা মৌচাক ক'ত বাঞ্চ পায়
মৌ-গুটি কলো উৰে—চাবাচোন সোণাই,
দ'ৰণিৰ ফুলে ফুলে গীত জুৰি জুৰি
মনৰ বঙেৰে আনে মৌ চুহি কৰি
সেয়া যতনাই থয়হি চাকৰ কোলাত
মৌ-চাক সেয়ে জানা সেউজী ধৰাত ।

বিদ্যাধন, মহাধন জানো সকলোৱে
তথাপি নকৰো কষ্ট সময় থাকোতে,
পাখি লগা কাড় হৈ সময় উৰিছে
জীৱন-যন্তৰো একেদৰেই ঘূৰিছে,
এইটো জীৱন জানো কেতিয়াবা পাবা
মৌ-গুটি চাই চাই শিকনি লভিবা ।

ভ্ৰমৰ বিহনে জানো কিবা ফল পায়
নেপায়, নেপায় সোণ—জানিবা সদায়,
মৌ-গুটি হৈ উৰি জ্ঞান-ৰস চোৰা
জীৱন মৌচাক হ'ব—নহ'বনে কোৱা ?



## মহান হৈয়ো সাধাৰণ!

এই শিতানত তোমালোকলৈ কেইজন-মান বিশ্ব-বিখ্যাত ব্যক্তিৰ জীৱনত ঘটা আচৰিত যেন লগা কিছুমান সৰু সৰু ঘটনাৰ কথা লেখিব শ্ৰীহেমন্ত বৰবৰৈয়ে। তেখেত বহু বছৰৰপৰা বিভিন্ন মইনা পাৰিজাতৰ লগত জড়িত।

# অংক ভালপোৱা ল'ৰাজন

নিউটন। বিজ্ঞান জগতত যাৰ নাম চিৰস্মৰণীয়া, সেই নিউটন কিন্তু একেবাৰে সাধাৰণ মানুহ আছিল। সাজ-পোচাক, চলন-ফুৰণ আৰু কথা-বতৰাত আছিল একেবাৰে সাধাৰণ মানুহ। আড়ম্বৰহীন জীৱন। সাংসাৰিক কামৰ হিচাপ ল'বলৈ নিউটনৰ সময় নাছিল। সকলো সময়তে মাথোঁ অংকৰ কথা। অংকৰ বাহিৰে নিউটনে একো চিনি-জানি নাপাইছিল।

সৰু কালৰপৰাই নিউটনে সকলো কথা আৰু কামতে অংকক দেখা পাইছিল। সৰুতে এবাৰ ঘোঁৰা এটা লৈ ফুৰিবলৈ যাওঁতে হঠাৎ তেওঁৰ অংক এটা মনত পৰাত তেওঁ ঘোঁৰাৰপৰা নামি ঘোঁৰাটো লাগামত ধৰি খোজ কাঢ়ি কাঢ়ি যাবলৈ ধৰিলে। ঘৰ আহি পালেহি; কিন্তু হাতত ঘোঁৰাৰ লাগাম নাই। লাগামৰ মূৰত বান্ধিথোৱা ঘোঁৰাটোও নাই!

আন এদিনৰ কথা। নিউটনে বন্ধু এজনক এসাজ খাবলৈ ঘৰলৈ নিমন্ত্ৰণ জনালে। নিৰ্দিষ্ট সময়ত বন্ধু আহিল। কিন্তু নিউটন ঘৰত নাই। নিউটনৰ কাৰণে ৰৈ ৰৈ তেওঁৰ পেটে ভোকত কলমলাবলৈ ধৰিলে। উপায়হীন হৈ তেওঁ খোৱা কোঠা পালেগৈ। মেজৰ ওপৰত এজনৰ বাবে আহাৰ সজাই থোৱা আছিল। বন্ধুৱে ভোকত থাকিব নোৱাৰি সেই সজাই থোৱা খোৱা বস্তুখিনিকে খালে আৰু নিউটনক এসেকা দিবলৈ মাংসৰ হাড় আৰু এখোৰাখিনি আকৌ ঢাকি-ঢুকি থ'লে। অলপ পাছতে নিউটন ওলালহি। বন্ধুক অসময়ত দেখি নিউটনে সুধিলে,— "কি হ'ল; অসময়ত আহিলা-চোন? কিবা বিপদ-আপদ হৈছেনেকি?" বন্ধুৱে হাঁহি মাৰি ক'লে—"এনেয়ে আহিলোঁ দিয়া।"

"ভাল কথা। তুমি অকণমান বহা। মই বেগেতে খাই লওঁ। বৰ ভোক লাগিছে।" এইবুলি নিউটন খোৱা কোঠা সোমালগৈ। কাঁহি উদঙাই দেখে যে, কাঁহিত হাড় কেইটুকুৰামানহে পৰি আছে! বন্ধুলৈ চাই হাঁহি এটা মাৰি নিউটনে ক'লে—

—"চোৱাচোন, মোৰ মনতেই নাই। ঘৰৰপৰা ওলাই যাওঁতেই খাই-বৈ গ'লোঁ আৰু মই এতিয়ালৈকে খোৱা নাই বুলি ভাবি আছোঁ।" তেওঁৰ কথা শুনি—বন্ধুৱে হাঁহিবনে কান্দিব!

নিউটনৰ এবাৰ বিয়া কৰাবলৈ মন গ'ল। বিয়াৰ কথা ভাবি তেওঁৰ ভাল লগা ছোৱালীজনীক বিয়াৰ প্ৰস্তাৱ দিবলৈ মন মেলিলে। কেবাদিনো নিউটনে ছোৱালীজনীক প্ৰস্তাৱটো দিওঁ দিওঁ বুলিও দিব পৰা নাছিল। অথচ ছোৱালীজনীক নিউটনে সদায় লগ পায়। ছোৱালীজনীয়েও নিউটনক বিয়া কৰোৱাৰ মন।

এদিন নিউটনে প্ৰস্তাৱটো দিব বুলি ঠিক কৰি

কৰি জোনালীজনী অহাতৈ বাট চালে। জোনালীজনী আহিল। নিউটনে আকৌ এবাৰ সাহস গোটালে। দুয়ো ফুৰিবলৈ ওলাই গ'ল। জোনালীজনীয়ে কথাৰ মাজতে তেওঁৰ গৱেষণাৰ কথা সুধিলে। নিউটনক আৰু পায় কোনে? গৱেষণা শব্দটো শুনিয়েই নিউটনে এফালৰপৰা তেওঁৰ কামৰ কথা বলকি যাবলৈ ধৰিলে। জোনালীজনীৰ অৱস্থা শোচনীয় হ'ল। ঘণ্টাৰ পাছত ঘণ্টা পাৰ হৈ গ'ল। নিউটনৰ কথাৰ শেষ নাই। এটাৰ পিছত এটা অংক। সেই-দিনা বিয়াৰ কথা ক'বলৈ নিউটনৰ সময় নোলাল। পাছদিনা আকৌ জোনালীজনীক লগ পালে। কিন্তু সেইদিনাও তেওঁৰ সময় নোলাল। এইদৰেই বহুত দিন পাৰ হৈ গ'ল। নিউটনৰ আৰু জোনালীজনীক বিয়াৰ কথা কোৱা নহ'ল। নিউটন বকলা হৈয়ে থাকিল।

এবাৰ এজন বন্ধুকে নিউটনে এখন কিতাপ পঢ়িবলৈ দি কৈছিল— "এইখন পঢ়িবা, বৰ সুন্দৰ কিতাপ।" বন্ধুজনে কিতাপখন আথে-বেথে ঘৰলৈ আনি মেলি চাই দেখে এখন জ্যামিতিৰ কিতাপ! তাকো লিখিছে ইউক্লিডে। যিখন কিতাপ সাধাৰণ মানুহৰ কথা নালাগেই, অংক জনা-বুজা মানুহেও বুজা টান। বন্ধুজনে সেইদিনাই কিতাপখন নি নিউটনক ঘূৰাই দিলেগৈ। নিউটনে বন্ধুক সুধিলে— "কেনে পালা পঢ়ি?"

"জ্যামিতিৰ কিতাপ নো মানুহে পঢ়িব পাৰেনে?"

বন্ধুৰ উত্তৰ শুনি নিউটনে প্ৰাণ খুলি হাঁহিলে। বহুত সময়লৈকে তেওঁ হাঁহিয়েই থাকিল।

পৃথিৱীৰ মাধ্যাকৰ্ষণ শক্তিক যিজনে প্ৰমাণ কৰি বিজ্ঞান জগতক নতুন পথৰ সন্ধান দিলে, সেই নিউটনে খাওঁতে-বহোঁতে মাথোঁ অংকৰ কথাকে চিন্তা কৰিছিল। সকলো কথাতে যিজনে অংককে দেখা পাইছিল, সেই নিউটনে নিজৰ সুখ-দুখৰ কথা চিন্তা কৰিব নাজানিছিল। মহান বিজ্ঞানী হৈও মানুহ হিচাপে তেওঁ কিমান সাধাৰণ আছিল— ভাবাচোন! ●

# বিচিত্ৰা



পানীৰ ওপৰত বাৰু চাইকেল চলাবলৈ কেনেকুৱা লাগিব? এই অদ্ভুত চিন্তাটো মূৰত সোমাইছিল জৰ্জ কেম্প নামৰ এই মানুহজনৰ। পিছত এটা অক্সিজেনৰ ছুঙা বান্ধি তেওঁ চাইকেল চলাই এদিনে নামিল এটা ছুইমিং পুলত। পানীৰ তলত কেইশাকমান চলোৱাৰ পিছত ওপৰলৈ উঠি আহি তেওঁ কয় যে, পানীৰ তলত চাইকেল চলোৱা সহজ আৰু শৰীৰলৈ সুখকো পোৱা যায়!

# তেজৰ ৰং ৰঙা

উমানন্দ বৰদলৈ

**অকণিহঁত, তোমালোকে নিজৰ নিজৰ তেজৰ গ্ৰুপ কি জানানে? ওচৰৰ হস্পিটেললৈ গৈ তোমালোকে নিজৰ তেজৰ গ্ৰুপ পৰীক্ষা কৰাই থোৱাঁ। মা-দেউতাকো কঁবা।**



আমাৰ তেজ ৰঙা আৰু জুলীয়া। তেজত ৰঙা আৰু বগা দুবিধ কণিকা থাকে। ৰঙা কণিকাবোৰ হ'ল—লো আৰু প্ৰটিনৰ মিশ্ৰন। তেজৰ ৰঙা কণিকাবোৰ তেজৰ জুলীয়া পদাৰ্থ 'প্লাজমা'ত মিহলি হৈ থাকে, সেইকাৰণে তেজৰ ৰং ৰঙা হয়!

সুস্থ অৱস্থাত আমাৰ দেহৰ প্ৰতি ঘন মিলি মিটাৰ তেজত ৪·৬ৰ পৰা ৬·২ নিযুত ৰঙা কণিকা আৰু ৫০০০—১০,০০০ লৈ বগা কণিকা থাকে। অণুবীক্ষণ যন্ত্ৰেৰে চালে ৰঙা কণিকাবোৰ চেপেটা থালৰ দৰে দেখি। ইহঁতৰ মাজ ভাগ পাতল আৰু ৰঙচুৱা। বগা কণিকাবোৰৰ কোনো বৰণ নাথাকে। বগা কণিকাবোৰে সঘনাই আকৃতি সলাব পাৰে। আমাৰ শৰীৰত যেতিয়া ৰোগৰ বীজাণুৱে আক্ৰমণ কৰে, তেতিয়া বগা কণিকাবোৰে ৰোগৰ বীজাণুবোৰৰ লগত যুদ্ধ কৰে।

সকলো মানুহৰে তেজ একে নহয়। ডাক্তৰ কেছটি আৰু ডাক্তৰ মছ নামৰ দুজন গৱেষকে গৱেষণা কৰি পাইছিল যে, মানুহৰ তেজ চাৰিটা ভাগত বিভক্ত। এই চাৰিটা ভাগ হ'ল— A, B, O আৰু A B। আমাৰ দেহত ইয়াৰ যি কোনো এবিধহে তেজ থাকে।

নিজৰ নিজৰ তেজৰ গ্ৰুপ জানি থ'লে ভাল। দুৰ্ঘটনা বা অপাৰেচন কৰোতে তেজৰ প্ৰয়োজন হয়।

আমাৰ দেহৰ বিভিন্ন ৰোগৰ বিষয়ে তেজ পৰীক্ষা কৰি জানিব পাৰি। বেমাৰ হ'লে, আৰু বীজাণুৱে আক্ৰমণ কৰিলে, তেজৰ ৰঙা আৰু বগা কণিকাৰ পৰিমাণ কমবেছি হয়।

● কোনে কাক তেজ দিব পাৰে আৰু কাৰপৰা লব পাৰে

| তোমাৰ তেজৰ গ্ৰুপ যদি | কি কি গ্ৰুপৰ তেজ লব পাৰিবা | কাক কাক দিব পাৰিবা |
|---|---|---|
| A | A, O | A, AB |
| B | B, O | B, AB |
| AB | A, B, AB, O | AB |
| O | O | A, B, AB, O |

# ডাক্তৰ অহাৰ আগতে

অকণিহঁত, তোমালোকে কেতিয়াবা দুখ পালে, তেজ ওলালে, পুৰিলে বা দুৰ্ঘটনা ঘটিলে, লগে লগে ডাক্তৰ কাষত নাপাবও পাৰা। ডাক্তৰৰ ওচৰলৈ নিয়াৰ আগতে বা ডাক্তৰ অহাৰ আগতে কিছুমান প্ৰয়োজনীয় কাম জানি থ'লে— তোমালোকৰ বহুত উপকাৰত আহিব।

তোমালোকক এনে কিছুমান বিপদৰ সময়ত ল'বলগীয়া যত্নৰ বিষয়ে কৈছে— ডাঃ কিৰণ তামুলীয়ে।

## ॥ দুই ॥ জুয়ে পুৰিলে

গাত বা গাৰ কাপোৰত জুই লাগিলে, বিজুলী, বজ্ৰপাত, এছিড, উতলা পানী, তেল বা ঘিঁউ, গৰম বস্তু ঘঁহনি খালে বা প্ৰচণ্ড ৰ'দত ফুৰিলে গা পুৰিব পাৰে।

সৰু-সুৰা জ্বলা-পোৰাৰ বাহিৰে সকলো ধৰণৰ জুয়ে পোৰা ৰোগীক বিশেষ যত্ন লোৱা প্ৰয়োজন। কাৰণ, জুইৰ তাপে গাৰ ছালৰ বাহিৰেও ভিতৰৰ টিচুবোৰকো নষ্ট কৰিব পাৰে।

- জুয়ে ছালৰ ওপৰৰ তৰপ পুৰিলে ছাল ৰঙা বা কঁলা পৰে আৰু ফোপ বা পানী জোলা বান্ধে আৰু জ্বলে, ডকায়। —এনে ক্ষেত্ৰত পোৰা ঠাইত কোনো ধৰণৰ মলম নলগাব। নিমখ অকণমান মিহি কৰি পোৰা-ঠাইত সানি জুইৰ সেক দিলে সোনকালে পোৰাপি ভাল হয়।
- বেয়া ধৰণে জুয়ে পুৰিলে অতি সোনকালে ৰোগীক চিকিৎসালয়ত ভৰ্তি কৰোৱা প্ৰয়োজন। জুয়ে বেয়াকৈ পুৰিলে গাৰ ছাল নষ্ট হ'ব পাৰে।
- কাপোৰত জুই লাগিলে সাধাৰণতে ভয়ত দৌৰ মাৰে। দৌৰ বা খোজকাঢ়িলে কাপোৰৰ জুই বেছিকৈ জ্বলে। কাষত কোনো নাথাকিলে মজিয়াত বাগৰিলে কাপোৰৰ জুই নুমাব পাৰে। নাইলন বা কৃত্ৰিম সুতাৰ কাপোৰ পিন্ধি ৰন্ধা-বঢ়া কৰা অনুচিত।



- জ্বলি থকা কেৰাচিনৰ ষ্টোভ বাগৰি বা ফুটি জুই লাগিব পাৰে। তেনে ক্ষেত্ৰত কেতিয়াও পানী ঢালিব নালাগে। পানী ঢালিলে কেৰাচিন ওপঙি কেওফালে জুই বিয়পি পৰিব। বস্তা বা কম্বল তিয়াই জুইৰ ওপৰত বা জ্বলন্ত ষ্টোভৰ ওপৰত পেলাই দিব লাগে।
- বিজুলী-প্ৰবাহ লাগি পৰিলে ৰোগীক স্পৰ্শ কৰাৰ আগতে তাঁৰৰ প্লাগ খুলি বা চুইচ নুমুৱাব লাগে। বিজুলী-প্ৰবাহত লাগি থকা মানুহক দুৰৈৰপৰা শুকান দীঘল কাঠৰ টুকুৰাৰে ঠেলি তাঁৰৰপৰা আঁতৰাব লাগে। তাঁৰত লাগি থকা অৱস্থাত কেতিয়াও চুব নালাগে।
- গাত এছিড পৰিলে লগে লগে কাপোৰেৰে মোহাৰি বহুত সময়লৈ পানী ঢালি ঢালি ধুই থাকিবা। এছিড লগা কাপোৰ তৎকালিকে খুলি পেলাব লাগে।



**কি কি কৰিবা**

১। আনৰ গাৰ জুই নুমুৱাবলৈ যোৱাৰ আগতে নিজৰ গাৰ আগফাল তিতা কম্বল, বস্তা বা ডাঠ কাপোৰেৰে ঢাকি ল'বা যাতে নিজৰ গাত জুই নালাগে।

২। জুই লগা জনৰ গাত কম্বল, বস্তা, কোট চোলা বা ডাঠ কাপোৰেৰে মেৰিয়াই মজিয়াত শুৱাই দিবা।

৩। কাষত কাপোৰ আদি নাপালে পানী ছটিয়াই জুই নুমুৱাবলৈ চেষ্টা কৰা উচিত।

৪। জ্বলি পোৰা ৰোগীক উদংকৈ নাৰাখি চফা কাপোৰেৰে ঢাকি থ'বা।

৫। কমকৈ জ্বলি পোৰা ঠাইত লগে লগে ঠাণ্ডা পানী ঢালিবা বা হাত-ভৰিত পৰিলে দহ মিনিটমান পানীত ডুবাই থ'বা। কাপোৰ জাপি তিয়াই পোৰা ঠাইত দি থ'ব পাৰা।

৬। বেছিকৈ জ্বলি পোৰা মানুহক যিমান পাৰা পানী খুৱাবা। ডাক্তৰসকলক দহমিনিটৰ মূৰে মূৰে আধাকাপ পানী আৰু অৰ্কাশিহ'তক অনবৰত পানী খাবলৈ দিবা। মুখত পানীৰ ঢোক গিলিব নোৱাৰা ৰোগীৰ মুখৰ ভিতৰত বৰফৰ টুকুৰা দিবা।

৭। পোৰা ঠাই চফা কাপোৰেৰে ঢাকি থ'বা। চফা গাৰুৰ গিলাপ ব্যৱহাৰ কৰিব পাৰা।

৮। জুই লাগি ৰোগী অজ্ঞান হ'লে ভৰি দুখন ওখ কৰি থ'বা। মূৰ, বুকু আৰু তলপেটত জ্বলি পৰিলে - কান্ধৰ তলত কোমল কাপোৰ জাপি দিবা।

৯। জুই লগা অংশ সদায় ওপৰ মুৱাকৈ থৈ শুৱাবা। আঙঠি খাৰু আদি সোলোকাই থ'বা।

১০। বেয়াকৈ পোৰা ৰোগীক সোনকালে চিকিৎসালয়লৈ নিবা।

**কি কি নকৰিবা**

১। কাপোৰত জুই লাগিলে দৌৰিবলৈ বা খোজ কাঢ়িবলৈ নিদিবা।

২। নাইলন বা কৃত্ৰিম কাপোৰেৰে জুই লগা মানুহক ঢাকিবলৈ নাযাবা।

৩। দূৰৈৰপৰা পানী মাৰি জুই নুমুৱাবলৈ নাযাবা। তেনে কৰিলে বতাহ লাগি জুই বেছিকৈ জ্বলিবহে।

৪। জ্বলি পোৰা ছালত লাগি থকা কাপোৰৰ টুকুৰা এৰুৱাবলৈ চেষ্টা নকৰিবা।

৫। বিজুলী প্ৰবাহত লাগি থকা মানুহৰ গাত কেতিয়াও পানী নাঢালিব।

৬। পোৰা ঠাই কাপোৰেৰে টানকৈ নাবান্ধিবা।

# লটকন

বুঢ়ী-আইৰ সাধুৰ আলমত

ছবি/ৰবীন বৰুৱা
লেখা/শ্ৰীলেখা



















কেঁচা টোপনি ভগাত
বাপেকৰ খং উঠিল।


খাবলৈ দে।
চিঞৰি নাথাকিবি,
যিমান খাই থক।




শুনিলি, দেউতাৰে খাবলৈ কৈছে।


দেউতা, মাখিয়ে মিঠৈ খাই শেষ কৰিলে।


সেই চেগতে বুঢ়াই পেৰা
খুলি টকা এগাল চুৰ কৰিলে।


মিঠৈ খাই শেষ কৰি ধন
চুৰ কৰি বুঢ়া পলাল।


কি হ'ল?
দেউতা, মাখিয়ে মিঠৈবোৰ খাই শেষ কৰিলে।
দেউতাক উঠি বহিল।




দেউতা, বুঢ়াটোৱে তাৰ নাম মাথি বুলি কৈছে।
!


দোকানীয়ে খঙত বুঢ়াক বিচাৰি ওলাল।


হাবি এখন পাই বুঢ়াই জিৰণি ল'বলৈ বহিল। তেনেতে...


থালে উ!
গঁৰঁৰঁৰঁৰঁ


উস উস
হে ভগৱান, ৰক্ষা কৰা। মোৰ গাঁঠিৰ টকাবোৰো খোল খালেচোন!
বুঢ়াই থাপ মাৰি গাহৰিটোৰ নেজত ধৰি ঘূৰিবলৈ ধৰিলে।


মানুহটোৱে গাহৰিটোৰ নেজত ধৰি ঘূৰি আছে কিয়?


হেৰি দেউ, গাহৰিটোৰ নেজত ধৰি ঘূৰিছে কিয়?
মৰিলোঁ, এইটো দেখোন মহাজনটো!


গাহৰিটো এনেকৈ পকাই থাকিলে পাকে পতি সি টকাকে লাদে।

# যাদুসম্ৰাট এম. হুচেইনৰ মেজিক

অৰ্ণনিহ'ত, তোমালোক বহুতেই মঞ্চত মোৰ 'স্লিপ, স্নাগ, লেডি' নামৰ খেলটো দেখিছা। এটা দীঘলীয়া বাকচত এজনী ছোৱালীক শুৱাই মাজ অংশ কাটি পুনৰ জোৰা লগাই দেখুৱাওঁ।

তোমালোকক আজি সেই খেলটোৰ নিচিনা এটা মেজিক কৰিবলৈ শিকাম। তোমালোকক তাকবাবে বাকচো নালাগে আৰু সঁচা-সঁচি ছোৱালীও নালাগে।



লাগিব এটা কাগজৰ খাম আৰু এজনী ছোৱালীৰ ছবি। আলোচনীৰপৰা প্ৰথমে তোমালোকে ভৰিৰ পৰা মূৰলৈকে থকা ছোৱালী এজনীৰ ছবি এখন কাটি লোৱা। সেই ছবিখনতকৈ অকণমান ডাঙৰ জোখৰ এটা এমুখ খোলা খাম লোৱা। মেজিকটো দেখুৱাৰৰ সময়ত ছোৱালীজনীৰ ছবিখন আৰু খামটো দৰ্শকক দেখুৱাবা। ছোৱালীজনীৰ ছবিখন দৰ্শকক পৰীক্ষা কৰি চাবলৈও দিব পাৰা।

ছবিখন এতিয়া খামটোৰ ভিতৰত ভৰোৱা। কেঁচি এখনেৰে তুমি ঠিক মাজতে ছবিখনৰ সৈতে খামটো কাটি দুটুকুৰা কৰা। কি হ'ব বাৰু? ছবিখনো দুটুকুৰা হৈ যাব। উঁহো— এইটোনো কি মেজিক হ'ল!



ৰ'বা। মেজিকটো কৰাৰ আগতে মনে মনে তুমি এটা কৌশল কৰি থ'ব লাগিব। খামটোৰ এফালে মাজতে আগতে কাটি থ'বা। দৰ্শকে যাতে খাম



টোৰ কটাফাল দেখা নাপায়— তাৰ প্ৰতি সাৱধান হ'বা। ছবিখন খামটোত ভৰাওঁতে সূক্ষ্ম অংশ সেই কটা ফাঁকৰ মাজেৰে ভিতৰৰপৰা বাহিৰলৈ উলিয়াই ভৰাবা। কেঁচিৰে কটাৰ সময়ত বাহিৰলৈ ওলাই থকা অংশ ভাঁজ কৰি ওপৰলৈ কৰি ল'বা আৰু খামটো কটাৰ পাছত দুটুকুৰা হ'ল তাক দুহাতে লৈ দেখুৱাবা। তাৰপাছত খাম দুটুকুৰা একলগ হাতলৈ আনি লগ লগাই লাহেকৈ ছবিখন ওপৰলৈ উলিয়াই আনিবা।



দৰ্শকে দেখিব— ছবিখনৰ কতো কাট-কুট হোৱা নাই।

খেলটো দেখুৱাওঁতে সাৱধান হ'বা যাতে পিছ-ফালৰ কৌশলটো কাৰো চকুত নপৰে। ●

---

মোৰাবাৰৰ 'কোন পৃষ্ঠাত কি আছে?' নামৰ খেলটোত মোৰ এটা ভুল থাকি গ'ল। ডিব্ৰুগড়ৰ মানসী মহন্তই শুধৰাই দিয়ামতে খেলটো হ'ব এনেধৰণৰ — পৃষ্ঠাৰ নম্বৰটোক ১০ ৰে পূৰণ কৰি শব্দটো যি শাৰীত আছে সেই শাৰীৰ নম্বৰটো যোগ কৰি যোগফলটো ১০ ৰে পূৰণ কৰি শব্দটো যি নম্বৰত আছে সেই সংখ্যাটো যোগ কৰিলেহে তোমালোকৰ উত্তৰটো শুদ্ধ হ'ব। মানসীলৈ বহুত বহুত ধন্যবাদ! ●

## মৌমাখিয়ে গুণ গুণায় কিয় ?

মৌমাখিয়ে গুণ গুণায়, মহে ভুণ-ভুণা[য়], ভোমোৰাই ভুণ-ভুণায়। তোমালোক অনেকে[ই] হয়তো জানা যে, এই গুণ গুণনি, এই ভুণ-ভুণ[নি] এই ভুণ-ভুণনিৰ শব্দবোৰ সিহঁতে পা[খি] মাৰোঁতে হোৱা শব্দহে—মুখেৰে কৰা নহয়। সিহঁ[তে] উৰিলেহে গুণগুণনি শুনা যায়। পৰি থকা মা[খি] মহ বা ভোমোৰাই গুণ-গুণনি তুলিব নোৱা[ৰে]। ইহঁতে পাখি মাৰি উৰা মৰাৰ লগে লগেহে গু[ণ]-গুণনিৰ সৃষ্টি হয়। হয়তো তোমালোকে সুধি[বা] চৰাই-চিৰিকতিয়েও তো উৰে। সিহঁতে উ[ৰা] মাৰিলে গুণ গুণনি নুশুনো কিয়? ইয়াৰ এটা[ই] কাৰণ মহ, মাখি বা ভোমোৰাই এক ছেকেণ্ড[ৰ] সময়ৰ ভিতৰতে এবাৰ নহয়, দুবাৰ নহয়, কেইশ বাৰ পাখি মাৰিব পাৰে। খৰকৈ পাখি মৰাৰ ফলতেই গুণ-গুণনিৰ সৃষ্টি হয়। এক ছেকেণ্ডত মোল বাৰতকৈ বেছি শব্দৰ ঢৌ সৃষ্টি কৰিব পাৰিলেই এনেধৰণৰ গুণ-গুণনিৰ সৃষ্টি হয়। গতিকে এটা এটা গুণ-গুণনি শুনি বা চলমান কেমেৰাৰে পাখি মৰা বা ফুৰৰ সহায়ত ছবি তুলি ৰেকৰ্ড কৰি এটা মাখিয়ে বা এটা মহে এক ছেকেণ্ডত কিমান বাৰকৈ পাখি মাৰে তাক হিচাপ কৰি উলিয়াব পাৰি। কীট-পতংগই প্ৰায় একেটা জোখতে সদায় পাখি মাৰে। ইহঁতে পাখি লোন বা বেঁকাকৈ মাৰি দিশ সলায়। আৰকালি কিন্তু পাখি মৰাৰ গতি কিছু বাঢ়ে।

ঘৰৰ ভিতৰত উৰি ফুৰা মাখিবোৰে এক ছেকেণ্ডত ৩৫২ বাৰ পাখি মাৰে। মৌমাখিয়ে ছেকেণ্ডত ৪৪০ বাৰ আৰু ফুলে ফুলে পৰি মৌ কাঢ়িয়াই ফুৰাৰ সময়ত ৩০০ বাৰকৈ ছেকেণ্ডত পাখি মাৰে। মহে কিন্তু সকলোকে চেৰ পেলায়। সিহঁতে এক ছেকেণ্ডত ৫০০ ৰ পৰা ৬০০ বাৰলৈকে পাখি মাৰিব পাৰে।

মহ, মাখি আৰু মৌমাখিৰ পাখি মৰা প্ৰতি-যোগিতা পাতিলে প্ৰথম পুৰস্কাৰটো পাব আমাক আমনি কৰা দুষ্ট মহবোৰে। খঙেই উঠে নহয়নে? ●

# নিজে কৰি চোৱা





মজাৰ কাণ্ড! তোমাৰ হাতৰ তলুৱাত অকণো দুখ নোপোৱাকৈ এটা ডাঙৰ ফুটা হোৱা দেখা পাবা। কেনেকৈ কৰিবা শুনা:

তোমাক লাগিব ৩০ ছেণ্টিমিটাৰ দীঘল আৰু ১৫ ছেণ্টিমিটাৰমান বহল আকাৰৰ এখন কাগজ। কাগজখন অলপ ডাঠ হ'লে ভাল।

কাগজখনেৰে তিনি ছেণ্টিমিটাৰমান গোলকৈ এটা দীঘলীয়া চুঙা বনোৱা আৰু ৰাবাৰ বেণ্ড বা সূতাৰে বান্ধি লোৱা। এতিয়া চুঙাটো তোমাৰ সোঁ চকুত লগাই চোৱা। বাওঁহাতখন চুঙাটোৰ গাতে লগাই বাওঁ চকুৰপৰা আঠ-দহ ছেণ্টিমিটাৰমান আঁতৰত মেলি ধৰা। এতিয়া দুয়োটা চকুৰে সমানে একেলগে আগলৈ চোৱাচোন। কি দেখিছা? দেখিবা— তোমাৰ বাওঁ হাতৰ তলুৱাখনৰ সোঁফালে এটা ডাঙৰ ফুটা!



## কিয় আৰু কেনেকৈ হয়?

তোমালোকৰ মনত নিশ্চয় প্ৰশ্ন হ'ব— ফুটাটো কেনেকৈ হাতৰ ওপৰলৈ আহিল! কিয় এনে হয়, কওঁ শুনা।

আমাৰ চকু দুটাই সাধাৰণতে একেটা বস্তুৰ দুটা বেলেগ ৰূপত দেখা পায়। সোঁ চকুটোৱে বস্তুৰ সোঁফালৰ কিছু অংশ বেছিকৈ আৰু বাওঁ চকুটোৱে বাওঁফালৰ কিছু অংশ বেছিকৈ দেখা পায়। চকু দুটাই দেখা প্ৰতিবিম্ব দুটাক মগজুৱে একেলগ কৰি এটা ৰূপত দেখা কৰে।

তোমালোকে কৰি চোৱা এই পৰীক্ষাটোৱেই তাৰ প্ৰমাণ। সোঁ চকুৱে দেখিলা— চুঙাটোৰ ফুটা আৰু বাওঁ চকুৱে দেখিলা বাওঁ হাতখন। এতিয়া এই দুটা বেলেগ ছবিৰ খবৰ মগজু পোৱাৰ পিছত মগজুৱে চকু দুটাই দেখা বস্তু দুটাক একেলগ কৰি এটা কৰে। ফলত চুঙাৰ ফুটা পৈ তোমালোকৰ বাওঁহাতৰ তলুৱাত সোমাইগৈ আৰু হাতৰ তলুৱাত ফুটাৰ সৃষ্টি কৰে। ●

# মৌ-মেল



উত্তৰ-পশ্চিম যোৰহাট আঞ্চলিক মইনা পাৰিজাতৰ বাৰ্ষিক অধিবেশন আৰু মইনা সমাবোহ ৬, ৭ আৰু ৮ এপ্ৰিল তাৰিখে সকচৰাই মৌজাৰ বৰফলীয়া গাঁৱৰ সম্থানী মইনা পাৰিজাতৰ সৌজন্যত হৈ যায়। সমাবোহত অঞ্চলটোৰ বিভিন্ন ঠাইৰ-পৰা ১৪খন মইনা পাৰিজাতে যোগদান কৰে।

সম্থানী মইনা পাৰিজাতৰ মইনা পংকজ কুমাৰ গগৈয়ে আঞ্চলিক মইনা পাৰিজাতৰ মূল পতাকা উত্তোলন কৰে। অকণিহঁতৰ মাজত লোকনৃত্য, বৰগীত, জ্যোতি-সংগীত, কুইজ, আকস্মিক ৰচনা, আকস্মিক বক্তৃতা, মাৰ্চপাষ্ট আৰু খেল-ধেমালি প্ৰতিযোগিতা হয়। সাংস্কৃতিক অনুষ্ঠানতো অকণিহঁতে অংশ গ্ৰহণ কৰে।

শাখা মইনা পাৰিজাতসমূহৰ শৃংখলাবদ্ধতা, নিয়মানুৱৰ্তিতা, সজ আচৰণ আদি বিষয়ত নন্দিনী বৰুৱা, হেৰিলী দত্ত আৰু জেউতী শইকীয়া সোণবৰণি চলন্ত বঁটা ক্ৰমে ১ম— সৰুজ্যোতি মইনা পাৰিজাত, পৰ্বতীয়া গাওঁ, ২য়—সংগ্ৰামী মইনা পাৰিজাত, লখিমীঘাট আৰু ৩য়—উৎপল মইনা পাৰিজাত, গৰখীয়া দোল-এ লাভ কৰে।

অকনি দর্শকৰ একাংশ



# পেৰাচুট আবিষ্কাৰৰ কাহিনী

তোমালোক বহুতেই হয়তো নাজানা— পেৰাচুট আবিষ্কাৰ কৰা মানুহজন আছিল এজন কয়দীহে। কয়দীজনেনো কেনেকৈ পেৰাচুট আবিষ্কাৰ কৰিবলৈ সক্ষম হৈছিল তোমালোকে তলৰ কাহিনীটো পঢ়িলেই জানিব পাৰিবা।



আঁদ্ৰে গাৰ্ণেৰীৰ এই শূন্যৰপৰা নমা খেলটোৱে কালক্ৰমত আজিৰ পেৰাচ্যুটৰ ৰূপ ল'লে। পেৰাচ্যুটৰ সহায়ত এতিয়া যিকোনো বিমানৰপৰা বৈমানিক বা সৈনিক অতি সহজে মাটিলৈ নামিব পাৰে। মহাকাশৰপৰা পৃথিৱীলৈ নামি আহোঁতে মহাকাশযানৰ গতি কমাই আনিবলৈও পেৰাচ্যুটৰ ব্যৱহাৰ হয়।

বহুদিনৰ আগৰ ঘটনা। ঘটনাটো ঘটিছিল ফ্ৰান্সত। ফ্ৰান্স পশ্চিম ইউৰোপৰ এখন চহকী দেশ। এই ফ্ৰান্সতে ঘোঁৰা দৌৰ পথাৰ একেবাৰে সেইদিনা লোকে-লোকাৰণ্য। পথাৰখনৰ মাজৰ কিছু অংশ খালী। সেই ঠাইটুকুৰাৰ চাৰিওফালে এডাল ৰছীৰে ঘেৰি থোৱা আছিল। ৰছী ভেদ কৰি সেই ঠাই টুকুৰাত মানুহ সোমোৱা নিষেধ। তাতে আঁদ্ৰে গাৰ্ণেৰী নামে এজন মানুহে সেইদিনা খেলা দেখুৱাব। খেলাটোনো কি সেই বিষয়ে হ'লে তাত থকা মানুহ কোনোৱে নাজানে। সকলোৱে হেঁপাহেৰে চাৰিওফালে মাথোঁ চাইছে—কেতিয়ানো পাৰ্বহি বা সেই বিখ্যাত খেলুৱৈজন।

কিছুসময়ৰ পাছত অজস্ৰ মানুহৰ ভিৰ ঠেলি গাৰ্ণেৰী সোমাই আহি সেই ৰছীৰে ঘেৰা ঠাই-ডোখৰত থিয় হৈ ৰ'লহি। তেওঁৰ এখন হাতত এটা ডাঙৰ বেলুন আৰু আনখন হাতত এখন বগা ডাঠ কাপোৰ। কাপোৰখনৰ চুক চাৰিটা কেইডালমান জৰীৰে বন্ধা।

গাৰ্ণেৰী সোমাই আহি অগণন দৰ্শকৰ ফালে চাই ক'লে: আজি আপোনালোকক যি খেলটো দেখুৱাবলৈ আহিছোঁ, মোৰ বিশ্বাস ইয়াৰ আগতে আপোনালোকে কাহানিও এই খেলা দেখা নাই। এই বুলি কৈ বেলুনটোত তেওঁ গেছ ভৰালে আৰু সেই গেছ ভৰা বেলুনত উঠি আকাশৰ কিছু ওপৰলৈ উৰি গ'ল।

তলৰপৰা দেখি এনে লাগিছিল যেন এটি সৰু চৰাইহে। তাৰপাছত এটা সময়ত গাৰ্ণেৰীয়ে বেলুনটো এৰি দি চাৰি চুকত বন্ধা ডাঠ কাপোৰখনৰ জৰীকেইডালত ধৰি শূন্যত জঁপিয়াই পৰিল। লগে লগে ডাঠ কাপোৰখনৰ মাজত বতাহ সোমাই এটা ছাতিৰ দৰে হৈ পৰিল। তেওঁ সেই বতাহ পাৰ নোহোৱা কাপোৰখনৰ সহায়ত লাহে লাহে তললৈ নামি আহিবলৈ ধৰিলে, আৰু অলপ সময়ৰ পাছতে মাটিত নামিলহি। সকলোৱে ধন্য ধন্য বুলি চিঞৰি উঠিল।

গাৰ্ণেৰী বুডাপেষ্ট কাৰাগাৰৰ এজন কয়দী আছিল। কাৰাগাৰখন আছিল অনেক ওখত; এটা আকাশ লংঘী চূড়াৰ মূৰত। সেই ঠাইৰ পৰা হঠাৎ পলোৱাৰ সামৰ্থ কাৰোৱে নাই। গাৰ্ণেৰীৰ বৰ অসহ্য লাগিল এই কাৰাবাস। যেনে-দৰেই নহওক এই ঠাইৰ পৰা তেওঁ পলাবই লাগিব। কিন্তু এই চূড়াৰপৰা কেনেকৈ সেয়া সম্ভৱ হ'ব পাৰে!

শেষত অনেক জল্পনা-কল্পনা কৰাৰ পাছত কিছুকালৰ আগৰ এটা ঘটনাৰ কথা তেওঁৰ মনত পৰিল। এবাৰ এখন সভাত এজন বিজ্ঞানীয়ে বায়ুৰ চাপ সম্বন্ধে বক্তৃতা দিছিল। তেওঁৰ নাম আছিল লেনোৰ'মা। গাৰ্ণেৰীও গৈছিল সেই বক্তৃতা শুনিবলৈ। বায়ুৰ যে চাপ আছে সেই কথা লেনোৰ'মাই নানা ধৰণে সকলোকে বুজাবলৈ চেষ্টা কৰিছিল। শেষত এটা সময়ত তেওঁ নিজেই এডোখৰ ওখ ঠাইৰপৰা জঁপিয়াই পৰি দুহাতত থকা বিশেষ ধৰণৰ দুটা ছাতিৰ সহায়ত লাহে লাহে মাটিলৈ নামিল। সেই ঘটনাটো মনত পৰাৰ লগে লগে গাৰ্ণেৰীয়ে ভাবিলে যে তেওঁৰোচোন লেনোৰম'ৰ দৰে ওখ কাৰাগাৰৰপৰা জঁপিয়াই পলাব পাৰে। কিন্তু ছাতি ক'ত? হঠাতে তেওঁৰ মূৰত এটা বুদ্ধি খেলালে। ছাতি নহ'লেও আপত্তি নাই। বিছনাৰ চাদৰখনতো আছে। চাদৰখনক জৰীৰে বান্ধি ছাতিৰদৰে ব্যৱহাৰ কৰিব পৰা যায়।

যেনে চিন্তা, তেনে কাম। বিছনা চাদৰখনৰ চাৰিওটা মূৰ খুউব টানকৈ জৰীৰে বান্ধি লৈ গম্বুজৰ চূড়াৰপৰা তেওঁ জাপ মাৰি দিলে। তেওঁৰ ধাৰণাত ভুল নাছিল। বিজ্ঞানী লেনোৰ'মাৰ দৰেই তেওঁ লাহে লাহে তললৈ নামি আহিল, তাৰপাছত মাটি স্পৰ্শ কৰাৰ লগে লগে সেই ঠাইৰপৰা পলাল।

তাৰপাছত ফ্ৰান্সৰ সেই ঘোঁৰা দৌৰ পথাৰ। সেইদিনা কাৰাগাৰৰপৰা পলোৱা কয়দী আঁদ্ৰে গাৰ্ণেৰী এতিয়া এজন খেলুৱৈ। হাজাৰ হাজাৰ মানুহৰ মন জয় কৰি পেলালে তেওঁ। শূন্যৰপৰা নমা এটা মাথোন খেলা দেখুৱাইয়ে তেওঁ হ'ল এজন পাকৈত খেলুৱৈ।

**—অশোক আত্ৰেয়**

# ছবি ৰং কৰা



ওপৰৰ ছবিখন তোমালোকে ডাঙৰৰ সহায় নোলোৱাকৈ 'নিজে-ৰং' কৰি আমালৈ পঠোৱা। আটাইতকৈ ধুনীয়া ৰং কৰা অকনিজনলৈ 'মৌচাক' এবছৰলৈ উপহাৰ দিয়া হ'ব।

ৰং কেনেকৈ কৰিবা ?
১ মুখ হাত গুলপীয়া, ২ - নীলা, ৩ - ৰঙা, ৪ - ক'লা, ৫ মুগা, ৬-হালধীয়া, ৭ - সেউজীয়া ৰং কৰিবা। ৰং কৰি আমালৈ ছবি পঠোৱাৰ শেষদিন ২০ জুন '৮৪।

## লুকা · ভাকু -২





ওপৰৰ ছবি দুখন দেখাত একে যেন লাগিলেও তলৰ ছবিখনত ছটা অমিল আছে। তোমালোকে বিচাৰি চোৱাচোন।

তলৰ ছবিখনৰ ১,২ সংখ্যাবোৰ আঁক টানি লগ লগাই চোৱাচোন।



# গাড়ীৰ নম্বৰ কেনেকৈ দিয়ে?




তোমালোকে গাড়ীৰ নম্বৰ '৪২০' থকা কেতিয়াবা দেখিছানে? হাঁহি উঠা কথা—৪২০ নম্বৰটো কেৱল ছাৰ্কাছ খেলৰ গাড়ীতহে দিয়ে।

যান-বাহনৰ আখৰ আৰু নম্বৰবোৰ কেনেকৈ দিয়া হয় জানিবলৈ তোমালোকে তলৰ কথাখিনি পঢ়িব লাগিব।

মটৰ গাড়ী, স্কুটাৰ আৰু মটৰ চাইকেলত আগে-পিছে 'নাম্বাৰ প্লেট' থকা তোমালোক সকলোৱে দেখিছা। যান-বাহনৰ এই নম্বৰবোৰ কিয় দিয়া হয় তোমালোকে জানানে? এক নম্বৰ কথা, গাড়ী-মটৰ চুৰি হ'লে বিচাৰি উলিয়াবলৈ নম্বৰবোৰে সহায় কৰে। দুই নম্বৰ কথা, দুৰ্ঘটনা ঘটিলে গাড়ীখন নাম্বাৰ প্লেটৰ নম্বৰৰপৰা চিনাক্তকৰণ কৰা হয়। একে ৰঙৰ আৰু একে ধৰণৰ গাড়ী বহুত দেখা পাবা; কিন্তু একে নম্বৰৰ গাড়ী দুখন ক'তো দেখা নোপোৱা।

গাড়ীৰ এই নম্বৰবোৰ নিজে নিজে লৈ'ব নোৱাৰি। যান-বাহনৰ নম্বৰ দিবৰ বাবে প্ৰতিখন ৰাজ্যৰ প্ৰতিখন জিলাতে একোটাকৈ চৰকাৰী কাৰ্যালয় থাকে। তাত যান-বাহন পঞ্জীয়ণ কৰা হয়। নতুনকৈ যান-বাহন কিনাৰ লগে লগে 'যান-বাহন আইন —১৯৩৯' মতে পঞ্জীয়ণ কৰা আৱশ্যক। পঞ্জীয়ন নকৰাকৈ গাড়ী ৰখা আইনমতে অপৰাধ। আমাৰ দেশত নিতৌ ৭০০ তকৈও অধিক নতুন যান-বাহন পঞ্জীভূত কৰা হয়।

পঞ্জীয়ন কৰাৰ পাছত পঞ্জীয়ন প্ৰমাণ পত্ৰৰ সৈতে ইংৰাজী তিনিটা বৰ্ণ আৰু চাৰিটা অংকৰে গঠিত এটা নম্বৰ যানখনক দিয়া হয়। চাৰিটা অংকৰ নম্বৰ এই কাৰণেই দিয়া হয়, যাতে মনত ৰখাত সহজ হয়।

আমাৰ দেশত যান-বাহনত ৯৯৯৯ তকৈ অধিক নম্বৰ দিয়া নহয়, কিন্তু সেনা বাহিনীৰ যান-বাহন বিলাকৰ নম্বৰ চাৰিটাতকৈ অধিক অংকৰ দিয়া হয়। তেনে গাড়ীত দিয়া সাংকেতিক আখৰবোৰে ৰাজ্য আৰু জিলাৰ নামৰ লগত কোনো সম্পৰ্ক নাথাকে।

যান-বাহন পঞ্জীয়ন কাৰ্যালয়ত একৰ পৰা একাদিক্ৰমে নম্বৰবোৰ দিয়া হয়। আখৰবোৰৰ প্ৰথম দুটা প্ৰদেশখনৰ আৰু তৃতীয় আখৰটো ইংৰাজী বৰ্ণমালাৰ ক্ৰম অনুযায়ী দিয়া হয়। কোন ঠাইৰ কি আখৰ হ'ব, তাক কেন্দ্ৰীয় পৰিবহন মন্ত্ৰালয়ে ঠিক কৰে। সেইমতে প্ৰতিখন ৰাজ্যত থকা আঞ্চলিক পৰিবহন অধিকাৰীয়ে গাড়ীৰ সংকেত-বৰ্ণ ব্যৱহাৰ কৰিবলৈ অনুমতি দিয়ে।

১ৰ পৰা ৯৯৯৯ নম্বৰ দি শেষ হোৱাৰ পিছত পুনৰ তৃতীয় আখৰটো সলনি কৰি তাৰ ঠাইত তাৰ পিছৰ আখৰটো দিয়া হয়। অৰ্থাৎ A ৰ পিছত B, Bৰ পিছত C এইদৰে দি যোৱা হয়। এই ক্ৰম ইংৰাজী বৰ্ণমালাৰ শেষ আখৰ Z লৈকে চলে।

যদি দুখন প্ৰদেশৰ প্ৰথম বৰ্ণ দুটা একে হয়, তেতিয়া কোনো এখন ৰাজ্যৰ আখৰ সলনি কৰি দিয়া হয়। যেনেদৰে, কেৰেলাৰ গাড়ীবোৰত K দিয়া বাবে কৰ্ণাটকৰ গাড়ীত K ৰ সলনি C দিয়া হয়।

**তোমালোকে বিভিন্ন নম্বৰৰ গাড়ী দেখিছা; কিন্তু ৪২০ নম্বৰ লেখা গাড়ী ক'ৰবাত দেখা পাইছানে? ৪২০ নম্বৰটো অকল ছাৰ্কাছৰ গাড়ীতহে দিয়া হয়।**

সেনা-বাহিনীৰ গাড়ীবোৰত নম্বৰৰ সৈতে কিছুমান চিন আৰু আখৰ থাকে। আমাৰ দেশৰ সেনা-বাহিনীৰ গাড়ী বিলাকত নম্বৰৰ আগত 'কাঁড়' চিন অ'কা থাকে। পাকিস্তানৰ সেনা-বাহিনীৰ যান-বাহনত নম্বৰৰ লগত অৰ্ধচন্দ্ৰৰ ছবি থাকে। বিদেশী দূতাবাসৰ বাহনবিলাকৰ কাৰণে বিশেষ ধৰণৰ নম্বৰ থাকে। সেই গাড়ীবোৰত CD লেখি তাৰ পাছত নম্বৰ থাকে।

আমাৰ দেশৰ বিভিন্ন ৰাজ্যৰ গাড়ীৰ নম্বৰৰ সাংকেতিক বৰ্ণবোৰ হ'ল এনেধৰণৰ ঃ

অসম— AS, AM
মেঘালয়— ML
নগালেণ্ড— NL
মণিপুৰ— MN
জম্মু-কাশ্মীৰ— JK
হিমাচল প্ৰদেশ— SP, SI
হাৰিয়ানা— SR, SY
পঞ্জাৱ— PU
দিল্লী— DL, DS, DI
ৰাজস্থান— RS
উড়ীষ্যা— OR
গোৱা— GD
অন্ধ্ৰপ্ৰদেশ— AA, AP
তামিলনাডু— TN
অৰুণাচল— AR
আন্দামান— AM
উত্তৰ প্ৰদেশ— US, UP, UT, UR
মধ্যপ্ৰদেশ— CP, MP
বিহাৰ— BS, BR
গুজৰাট— GJ, GT
মহাৰাষ্ট্ৰ— MS, MR
পশ্চিমবংগ— WB, WG, WM
কৰ্ণাটক— MY, ME, CA
কেৰেলা— KL, KR
চণ্ডীগড়— CG, CS
পণ্ডিচেৰী— PY, PD
লাক্ষাদ্বীপ— LG, MA
চিকিম— SK

— কুসুম থাওলাৰী

---

পুলিচ বিভাগৰ গাড়ীৰ নাম্বাৰ প্লেটৰ আখৰ আৰু নম্বৰ ৰঙা। টেক্সিৰ নাম্বাৰ প্লেট বগা আৰু আখৰ ক'লা।

# চিত্ৰলেখা

— অৰিলেখা




ইয়াত কাটা




চিত্ৰলেখা - ২

নাম :

বয়স : শ্ৰেণী :

ঠিকনা :

(কুপন পোষ্টকাৰ্ডত আঠা লগাই পঠাবা।)

চিত্ৰলেখা - ছবি চাই শব্দ লেখা প্ৰতিযোগিতা। ছবিৰ ১,২,৩,৪, সংখ্যাৰ লগত থকা 'প' আৰু 'ত' আখৰে 'পথালি' আৰু 'তললৈ' বুজাইছে। এটা ঘৰত এটাকৈহে আখৰ বা যুক্তাক্ষৰ বহিব। ঘৰবোৰ পূৰাই, কুপনত নাম, বয়স আৰু ঠিকনা লেখি আমালৈ পঠাবা। শুদ্ধ উত্তৰ দিয়াসকলৰ নাম 'মৌচাক'ত প্ৰকাশ হ'ব।

কুপন পঠোৱাৰ শেষদিন : ৩০ জুন ১৯৮৪

ঠিকনা : সম্পাদক, মৌচাক, জে. বি. ৰোড, যোৰহাট-৭৮৫০০১

# অকণিৰ ছবি




ৰঞ্জনকুমাৰ আৰু ৰশ্মিকুমাৰ দুয়োয়ে এই ছবি তিনিখন আঁকি পঠাইছে। এওঁলোকৰ বয়স ছবছৰ আৰু যমজ ভাই ককাই। দেউতাক শ্ৰীমহি- ৰাম শৰ্মা বঙাইগাঁও তাপ বিদ্যুৎ প্ৰকল্পত চাকৰি কৰে। তোমালোকেও ছবি আঁকি পঠোৱা।

## মৌচাকৰ মুখ্য পৰিবেশক

অংকুৰ এজেন্সি
জে. বি. ৰোড, যোৰহাট

শুৰভি সাহিত্য কুটীৰ
থানা চাৰি আলি, ডিব্ৰুগড়

পুথিভঁৰাল
ৰাজ্যিক পৰিবহন আস্থান
তিনিচুকীয়া

মেঘদূত পেপাৰ এজেন্সি, নামৰূপ

ৰুমী-ৰূপক এণ্টাৰপ্ৰাইজ
নতুন বজাৰ, নগাঁও

ৰুলী-জুলী এজেন্সি
কলিবাৰী, তেজপুৰ

বসন্তমোহন বুক ষ্টল
পৰিবহন আস্থান, উঃ লক্ষীমপুৰ

ইউ বী'জ এজেন্সি
কুমাৰপাৰা, গুৱাহাটী-৭৮১০০১

বিভিন্ন অঞ্চলৰ 'মৌচাক'ৰ এজেন্সিৰ বাবে আমাটৈ লেখা এজেণ্টসকলে নিজৰ নিজৰ অঞ্চলৰ মুখ্য পৰিবেশকসকলৰ লগত মৌচাক'ৰ বাবে যোগযোগ কৰে যেন। যিবিলাক অঞ্চলত মৌচাকৰ মুখ্য-পৰিবেশক নাই, সেই অঞ্চলৰ বাবে আবেদন কৰিব পাৰে।

মৌচাকৰ বছেৰেকীয়া বৰঙণি ৩৬ টকা। বিশেষ সংখ্যাৰ বাবে অধিক ধন ভৰিব নালাগে। আলোচনী 'বুক পোষ্ট' ডাকত পঠোৱা হয়।

## তোমালোকেও পাৰা

মৌচাক — প্ৰতি ইংৰাজী মাহৰ ১৫ তাৰিখে প্ৰকাশ হয়। মৌচাকত অৰুণিহ'তৰ গল্প, কবিতা, ছবি আৰু বাৰ্তাৰ প্ৰকাশ কৰা হয়।

### অৰুণি প্ৰতিনিধি

মৌচাকত প্ৰকাশৰ বাবে অৰুণিহ'তৰ বাৰ্তাৰ আৰু ফটো লাগে। অসমৰ নগৰ-চহৰ আৰু গাঁৱে-ভূঁয়ে মৌচাকৰ বাবে বাৰ্তাৰ, চুটি চুটি লেখা আৰু ফটোৰ যোগান ধৰিবপৰা **অৰুণি প্ৰতিনিধিৰ** প্ৰয়োজন। 'অৰুণি প্ৰতিনিধিৰ বয়স ১৬ বছৰৰ ভিতৰত হোৱা প্ৰয়োজন। ইচ্ছুক অৰুণিহ'তে ২০০ মান শব্দৰ ভিতৰত নিজে লেখা নিজৰ অঞ্চলৰ অৰুণিহ'তৰ অনুষ্ঠান আদিৰ খবৰ, পৰীক্ষাত নাম কৰি উত্তীৰ্ণ হোৱা অৰুণিৰ চিনাকি, নিজৰ ঠাইখনৰ অৰুণিহ'তৰ খেলা-ধূলা, নাচ-গান, সাহিত্য-কলা আদিৰ বিষয়ে লেখিব পাৰা। নিজৰ সম্পূৰ্ণ নাম, ঠিকনা, স্কুলৰ নাম, শ্ৰেণী আৰু বয়স জনাই সোনকালে আবেদন কৰা।

নিজৰ নিজৰ স্কুলৰ বা ঠাইৰ অৰুণিহ'তৰ মাজত 'মৌ-মেল'ৰ আয়োজন কৰিব পাৰা। 'মৌচাক'ত আৰু কি কি তোমালোকে বিচাৰা, আলোচনা কৰি আমাক জনাবা; যাতে তোমালোকে বিচৰা বস্তু মৌচাকত আমি দিব পাৰোঁ। আৰম্ভণিতে দহজন অৰুণিৰে তোমালোকে 'মৌ-মেল' খুলিব পাৰা। আজৰি সময়ত এনেদৰে লগ-লাগি তোমালোকে মৌচাক পঢ়িব পাৰা আৰু মৌচাকৰ বাবে লেখা-মেলা আৰু ছবি আঁকিব পাৰা। 'মৌ-মেল'-ৰ খবৰো মৌচাকত ওলাব। 'মৌ-মেল' কোনে ক'ত খুলিব খোজা জনাই কেনেকৈ আৰম্ভ কৰিবা আৰু কিবা নতুন কথা থাকিলে জানিবলৈ আমালৈ চিঠি দিবা।

আমাৰ ঠিকনা
মৌচাক
জে. বি. ৰোড (জেবৰ্ত্ত ফটোকপিৰ লগত)
যোৰহাট ৭৮৫০০১

(৪ পৃষ্ঠাৰ পিছৰপৰা)

যৌগিক আসন কৰাৰ বাবে ৰাকেশ শৰ্মাই সাধাৰণতে মহাকাশচাৰীয়ে ভাৰহীন অৱস্থাত অনুভৱ কৰা অৱসাদ অনুভৱ কৰা নাছিল।

তাৰপাছত দুঘণ্টা সময় ৰাকেশে বুকু, ডিঙি আৰু কৰঙণত ইলেক্‌ট্ৰিক সংযোগ কৰি ভাৰহীন অৱস্থাত পৰিবৰ্তন ঘটা বুকুৰ ঢপঢপনি পৰীক্ষা কৰিছিল। পৃথিৱীত মাধ্যাকৰ্ষণ শক্তিয়ে বুকুৰপৰা নিজে নিজে দেহৰ নিম্নাংশলৈ অধিক তেজ আৰু মূৰলৈ কম পৰিমাণৰ তেজ চলাচল কৰায়। কিন্তু ভাৰহীন অৱস্থাত মূৰলৈ অধিক পৰিমাণত তেজ চলাচল কৰিবলৈ লয়। তেনে অৱস্থাত মূৰলৈ তেজ বেছিকৈ চলাচল নকৰিবৰ বাবে হাতৰ মণিবন্ধ আৰু কৰঙণত বান্ধ দিয়া হয়।

ভাৰহীন অৱস্থাত মতিভ্ৰমো ঘটিব পাৰে। মহাকাশযানৰ ভিতৰত তল-ওপৰ, ছাল-বেৰৰ কোনো পাৰ্থক্য ধৰিব নোৱৰা হয়।

আমাৰ দেশৰ ওপৰেদি পাৰহৈ যোৱাৰ সময়ত ৰাকেশে বেছি সময় মহাকাশযানৰপৰা আমাৰ দেশৰ ফটো তোলাত ব্যস্ত আছিল। আনকি তেওঁৰ কেমেৰাত এভাৰেষ্ট শৃংগ বগাই থকা এটা অভিযাত্ৰী দলৰ ছবিও উঠিছিল। মধ্য ব্ৰহ্মদেশৰ ৩০ কিলোমিটাৰমান জোৰা অৰণ্য অঞ্চল এটুকুৰাত লগা জুই ৰাকেশ শৰ্মাই মহাকাশযানৰপৰা ধৰা পেলায় আৰু এই খবৰ ভূকেন্দ্ৰলৈ জনোৱাত খবৰটো ব্ৰহ্মদেশৰ চৰকাৰক লগে লগে জনাইছিল।

মহাকাশৰপৰা ৰাকেশ শৰ্মাই তোলা প'চ মিনিটৰ আলোকচিত্ৰ তুলিবলৈ আমাৰ দেশৰ ৫০ খন উৰাজাহাজৰপৰা ছবি তোলোতে দুবছৰ সময় লাগিব।

এনেদৰে মহাকাশত কছ মহাকাশ গৱেষণাগাৰ ছলয়ুট-৭ ত ৰাকেশ শৰ্মাৰ সপ্তাহজোৰা অভিযানৰ সামৰণি পৰে আৰু ১১ এপ্ৰিলৰ দিনা পুৱা দহ বজাত ছলয়ুট মহাকাশ-কেন্দ্ৰত থকা কছ মহাকাশচাৰী কেইজনৰপৰা বিদায় লয়। তেওঁলোকে



ছয়ুজ মহাকাশযানৰ মডিউলত সোমায়। তিনি ঘন্টাৰ পাছত ছয়ুজ মহাকাশযান ছলয়ুটৰপৰা পৃথক হয় আৰু পৃথিৱী অভিমুখে লাহে লাহে নামি আহে।

ছয়ুজ মহাকাশযানখন তিনিটা মডিউলেৰে গঠিত। দুঘন্টাৰ পাছত প্ৰথমে 'অৰ্বিটেল মডিউল' আৰু পাছত 'ছাৰ্ভিছ মডিউল' মহাকাশযানৰপৰা বিচ্ছিন্ন কৰা হয়। এই দুয়োটা খণ্ড পৃথিৱীৰ বায়ুমণ্ডলত সোমোৱাৰ লগে লগে পুৰি নিঃচিহ্ন হয়। অৱতৰণ যানখন তাপত দগ্ধ নহ'বৰ বাবে ২,৫০০ ডিগ্ৰী ছেন্টিগ্ৰেড তাপ সহ্য কৰিব পৰা বৰ্মেৰে আবৃত। অৱতৰণ যানৰ ভিতৰত মহাকাশচাৰী থকা কোঠাৰ তাপ বিছ ডিগ্ৰী ছেন্টিগ্ৰেড। অৱতৰণ যানৰ গতি ৰেট্ৰো-ৰকেটৰ সহায়ত ছেকেণ্ডত ৭.৭ কিলোমিটাৰৰপৰা ১.১৫ কিলোমিটাৰলৈ কমাই অনা হয়।

## ৰাকেশ শৰ্মাৰ জীৱনত ১৩ সংখ্যাটো!

ৰাকেশ শৰ্মাৰ জন্ম ১৯৪৯ চনৰ ১৩ জানুৱাৰিত। ১৯৬৮ চনৰ ১৩ ডিছেম্বৰত বৈমানিক হিচাপে স্বীকৃতি লাভ। ১৯৭০ চনৰ ১৩ জুনত বায়ুসেনাৰ বৈমানিক বিষয়া ৰূপে প্ৰতিষ্ঠা লাভ। ১৯৭১ চনৰ ১৩ ডিছেম্বৰৰ দিনা ভাৰত-পাকিস্তান যুদ্ধত তেওঁ শত্ৰুৰ বিৰুদ্ধে ১৩ বাৰ আক্ৰমণৰ সন্মুখীন হৈছিল। ১৯৭৩ চনৰ ১৩ জানুৱাৰিৰ দিনা বিবাহ। উল্লেখযোগ্য যে মহাকাশচাৰীৰ প্ৰশিক্ষণ লোৱাৰ সময়ত মস্কোৰ এটা অট্টালিকাৰ ১৩ নম্বৰ মহলাত তেওঁক থাকিবলৈ দিয়া হৈছিল!

ৰাকেশে মহাকাশত যোগাসনৰ নৱ সূচনা কৰে





মৰমৰ অকণিহঁত,

তোমালোক আটায়ে মৰম ল'বা।

বহাগৰ বতৰত মোহনা কুউ-কুউ গীতেৰে কঙালি বিহুটিক আদৰিবলৈ কুলি চৰাইজনীনো হঠাতে আহি ক'ৰ পৰা ওলালহি ?

অকল অসমৰ হাবিয়ে - বননিয়েই নহয়, এই বসন্ত কালত কুলি-কেতেকী চৰাইৰ মাত এছিয়া আৰু উত্তৰ ইউৰোপৰ দেশবোৰতো শুনিবলৈ পোৱা যায়। কিন্তু আমাৰ এনে লাগে, যেন কুলি-কেতেকী চৰাইবোৰ অকল আমাৰ অসমৰ চৰাইহে।

কুলি চৰাইক ইংৰাজীত কাক্কু, ফৰাচী ভাষাত কওকও, ব্ৰহ্মদেশত কুকুশ্বা আৰু জাপানত 'কাক-কো' বুলি কয়। অষ্ট্ৰেলিয়াত কুলি চৰাইক কুউ-ইই বুলি কয়।

পাতল আঁৰত লুকাই কুউ কুউ কৈ গীত গোৱা কুলি চৰাই কেনেকুৱা চাবাচোন। মতা কুলি চৰাই সেউজ বুলীয়া চিক্‌মিকোৱা নীলা আৰু কলা ৰঙৰ। মাইকী কুলি চৰাইৰ ৰঙ তাম বৰণীয়া, পাখিত আঁচ আঁচ আৰু বগা ফুটফুট থাকে। দুৰৰ ৰঙ ঝিকমিকোৱা সেউজ বুলীয়া ক'লা। মতা-মাইকী দুয়োটাৰে চকুৰ ৰঙ ৰঙা। আনৰ বাহত কণী পৰা আন আন চৰাইবোৰকো সিহঁতৰ এই স্বভাৱৰ বাবে কুলি চৰাইৰ জাতত ধৰা হয়। আমাৰ দেশত কিমান জাতৰ কুলি চৰাই আছে জনা নাযায়; কিন্তু অষ্ট্ৰেলিয়া মহাদেশত তেৰবিধ কুলি আছে। কিন্তু দুখৰ কথা কি জানা ? অষ্ট্ৰেলিয়া মহাদেশৰ কুলিচৰায়ে কুউ-কুউকৈ গীত গাব নাজানে।

মতা কুলি চৰাই ফেব্ৰুৱাৰি মাহ সোমোৱাৰ লগে লগে সাধাৰণতে অসমলৈ আহে। মাইকী কুলি চৰাই মতা কুলি চৰাই অহাৰ এসপ্তাহমান পাছতহে হেনো পায়হি। মতাটোৱে আহিয়েই কুউ কুউ কৈ মাতি নিজৰ আগমনৰ বাতৰি দিয়েহি আৰু নিজৰ ঠাই দখল কৰেহি। এঠাইত এটা কুলি চৰাইৰ মাত শুনিলে সেই ঠাইলৈ আন মতা কুলি চৰাই নাহে। মাইকী কুলি চৰাইয়ে মতা কুলি চৰাইৰ মাত শুনি লগ লয়হি। মাইকী কুলি চৰাই আহি পোৱাৰ পিছত কুলিৰ মাত শুনিবলৈ আৰু মিঠা লাগে।

কাউৰী বা মৌপিয়া চৰাইৰ চাৰি-পাঁচটা বাহ ওচৰে-পাজৰে থকা ঠাইকে কুলি চৰায়ে দখল কৰেহি। কুলি চৰায়ে কাউৰী বাহত কণী পাৰে আৰু ১৩ দিন মানৰ ভিতৰত কাউৰীৰ উমনি পাই কুলি চৰাইৰ কণী ফুটি পোৱালি হয়। দুদিন হওঁতেই কণমানি কুলি চৰাইৰ পোৱালিয়ে কি কৰে জানা ? বাহত থকা কাউৰীৰ আন আন কণীবোৰ গাৰে ঠেলি ঠেলি বাহৰপৰা উলিয়াই তললৈ পেলাই দিয়ে। কাউৰীৰ পোৱালিকো সি বাহৰপৰা উলিয়াই পেলাই দিয়ে। বাহত শেষত কেৱল কুলি চৰাইৰ পোৱালিহে থাকেগৈ। আৰু অকলে ঠোঁট খাই সোনকালে নোদোক-নোদোক হৈ পৰে। এনেকৈ এঠাইত কুলি চৰাইৰ এবাৰত চাৰি-পাঁচটা কাউৰী বাহত চাৰি পাঁচটাকৈ পোৱালি হয়। বেচেৰী কাউৰীয়ে নিজৰ পোৱালি বুলি কুলি চৰাইৰ পোৱালিকে তুলি-তালি ডাঙৰ-দীঘল কৰে।

শৰত কালত খোৱা বস্তুৰ নাটনি হোৱাৰ লগে লগে ইউৰোপৰ দেশবোৰৰপৰা কুলি চৰাই খোৱা বস্তু বিচাৰি আফ্ৰিকা মহাদেশলৈ উৰা মাৰে। শীতকালটো সিহঁতে তাতে কটায়। সাত সাগৰ তেৰ নদী পাৰ হৈ ইউৰোপৰপৰা আমাৰ দেশলৈ কুলি চৰাই আহে কুউ কুউকৈ মৌ-মিঠা মাতেৰে গীত গাবলৈ।

আজিলৈ আহোঁ। তোমালোকৰ—

শান্তনু তামুলী




এই ছবিখনৰ থাপ খোৱা নাম এটা পাঁচটামান শব্দৰ ভিতৰত দি আমালৈ পঠোৱা। নাম, ঠিকনা, বয়স দি ২৫ মে'ৰ ভিতৰত পোৱাকৈ পঠাবা। ধুনীয়া নাম দিয়া অকণিজনলৈ এবছৰলৈ 'মৌচাক' উপহাৰ দিয়া হ'ব।